ওঁ নমো ভগৱতে বাসুদেৱায়

# শ্ৰীমদ্ভাগৱতম্

## দ্বিতীয় স্কন্ধঃ

শ্ৰীপ্ৰসন্ন নাৰায়ণ ভাগৱতা-সম্পাদিতম্ ।

প্ৰকাশক
শ্ৰীসুৰেন্দ্ৰ নাৰায়ণ প্ৰসন্ননাৰায়ণ ভাগৱতী
গুৱাহাটী টকৌবাৰী সত্ৰ ।

মূল্য-১।০-টকা

ওঁ নমো ভগৱতে বাসুদেৱায়

# শ্ৰীমদ্ভাগৱতম্

## দ্বিতীয় স্কন্ধঃ

শ্ৰীপ্ৰসন্ন নাৰায়ণ ভাগৱতী-সম্পাদিতম্ ।

প্ৰকাশক
শ্ৰীসুৰেন্দ্ৰ নাৰায়ণ প্ৰসন্ননাৰায়ণ ভাগৱতী
গুৱাহাটী টকৌবাৰী সত্ৰ ।




মূল্য-১।০-টকা

শ্ৰীকৃষ্ণো জয়তি

# পাতনি

মহাভাগৱত শাস্ত্ৰ হিন্দু মাত্ৰৰে আদৰৰ ধন। এই মহাগ্ৰন্থৰ সমাদৰ ভাৰতৰ সকলো ঠাইতে আছে। সেই গতিকে ভাৰতৰ সকলো ভষাতে ইয়াৰ অনুবাদ হৈছে। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু তেখেতৰ সমসাময়িক সুপ্ৰসিদ্ধ কবি সকলে ইয়াক পদবন্ধে অসমীয়া ভাষাত ৰচনা কৰাৰ পাচত গদ্যত এই মহাভাগৱত গ্ৰন্থৰ ভাঙনি হোৱা নাই। গতিকে এই নিঃকিনে মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱে ৰচনা কৰা দ্বিতীয় স্কন্ধ ভাগৱতৰ ছাঁলে মূল শ্লোক অসমীয়া গদ্যত ভাঙনি কৰি মহামুনি ব্যাসদেৱৰ ৰচিত মূল শ্লোক আৰু মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱৰ পদ সহ ৰাইজৰ আগত দিবলৈ ইচ্ছা কৰি ছপাই উলিয়াইছে। ৺শ্ৰীশঙ্কৰ দেৱৰ পদে শ্ৰীশাঙ্কৰি নামে অন্বয়ৰ তলে তলে ঠাই পাইছে। অসমীয়া সমাজৰ এই পুথিৰ পৰা অলপমানো উপকাৰ হোৱা যেন দেখিলে লাহে লাহে বাকী স্কন্ধ বোৰবো প্ৰকাশ কাৰ্য্য হাতত লোৱাৰ আশা থাকিল। দ্বিতীয়স্কন্ধ অন্য স্কন্ধ বোৰতকৈ কিছু সৰু দেখিছপা খৰছাদি কমতে হব বুলি ভাবিয়েই আগতে ইয়াক হাতত লোৱা হৈছে। এই গ্ৰন্থকাৰ এজন উদাসীন ভকত।

উদাৰমনা কিছুমান গ্ৰাহকে মূল্যৰ একঅংশ আগধন হিচাবে দি এই লিখকক উৎসাহ দিয়াৰ কাৰণেহে এই পুথি ৰাইজৰ আগত ওলাইছে। নহলে কিজানি ই হাতে লিখা অবস্থাতে পৰি থাকিল হেতেন। তেখেত সকলৰ ঋণ লিখকে সুজিব পাৰিব বুলি নাভাবে। লিখকৰ এই প্ৰথম উদ্যম; গতিকে বঢ়া তুটা দোষ ৰাইজক নিজগুণে ক্ষমা কৰিবলৈ কৰ জোৰে কাকুতি কৰাৰ বাহিৰে লিখকৰ আন উপাই একো নাই। ৺বৰপেটা থানৰ বুঢ়া অধিকাৰ শ্ৰীযুক্ত চতুৰ্ভুজ দেৱ মিশ্ৰ গুৰুদেৱ এইপুথি আৰম্ভ কৰাৰ পৰাই উৎসাহদি থকাৰ কাৰণেহে লিখকৰ ধৈৰ্য্যচ্যুতি হোৱা নাছিল। বৰপেটাৰ সুপ্ৰসিদ্ধ উকীল সেৱক প্ৰেছৰ অধ্যক্ষ শ্ৰীযুত সোনাপতি শৰ্ম্মা বি, এল্ আৰু গুৱাহাটী কলেজিয়েত হাইস্কুলৰ শিক্ষক শ্ৰীযুত জ্ঞলতি ৰাম লহকৰ ডাঙৰীয়ায় হাতে লিখা অবস্থাত পুথিখনি আদ্যোপান্ত পঢ়ি সংশোধন কৰি দিয়া বাবে তেখেত সকলৰ ওচৰত এই লিখক চিৰ কৃতজ্ঞ।

সাবশেষত লিখকে কামনা কৰে যেন ৰাইজেহাতে হাতে একোখনি পুথি লৈ বাকী স্কন্ধবোৰো বিশেষতঃ সোনকালে প্ৰথম স্কন্ধতো প্ৰকাশ কৰিবলৈ সুবিধা দিয়ে। ইতি

শঙ্কৰাব্দ ৪৮৮ শক, ১৮৫৯

বিনীত—

শ্ৰীপ্ৰসন্ন নাৰায়ণ ভাগৱতী

টকো বাৰীসত্ৰ।

ওঁ তৎসৎ ॥

শ্ৰীকৃষ্ণো জয়তি।

# শ্ৰীমদ্ভাগবতম্

## দ্বিতীয়ঃ স্কন্ধঃ ॥

### প্ৰথমোঽধ্যায়ঃ।

ওঁ নমো ভগবতে বাসুদেবায়।

শ্ৰীশুক উবাচ।—

বৰীয়ানেষ তে প্ৰশ্নঃ কৃতোলোকহিতং নৃপ।
আত্মবিৎসম্মতঃ পুংসাং শ্ৰোতব্যাদিষু যঃ পৰঃ ॥১॥

অন্বয়ঃ।

হে নৃপ! পুংসাং শ্ৰোতব্যাদিষু যঃ পৰঃ (শ্ৰেষ্ঠঃ) আত্মবিৎ সম্মতঃ এষঃ বৰীয়ান্ প্ৰশ্নঃ তে (ত্বয়া) কৃতঃ [যতঃ] লোকহিতং ॥১॥

শ্ৰীশাঙ্কৰি।

"ধন্য নৰপতি মতি উত্তম তোমাৰ।
পুছিলাহা যিটো কথা সংসাৰত সাৰ ॥

মোক্ষৰ সাধক ইটো জগতৰ হিত
লভিলা মুকুতি যিটো তাহাৰো বাঞ্ছিত ॥১॥”

অনুবাদ।

শ্ৰীশুকদেৱে বলে—হে মহাৰাজ! আপুনি ম্ৰিয়মাণ পুৰুষ সকলৰ শ্ৰৱণ-কীৰ্ত্তন আদি বিষয়ে যিটো প্ৰশ্ন কৰিছে সে অতি উত্তম প্ৰশ্ন, কাৰণ কৃষ্ণকথা শ্ৰৱণ-কীৰ্ত্তন কৰিলে লোকৰ মঙ্গল হয়। ই জীৱনমুক্ত জ্ঞানী লোকৰো সম্মত ॥১॥

ভক্তিৰসামৃত ॥

নমো নমো নাৰায়ণ, প্ৰসন্ন হুযোক হৰি
কৰিযোব মাযাক নিৰ্জ্জান।
আপোনাৰ মহিমাক, আপুনি বেকত কৰি,
জীৱক কৰিযো পৰিত্ৰাণ।
তুমি হৰি কৃপাময়, বাহিৰত গুৰুৰূপে,
অনুগ্ৰহ কৰি আছা মোক
অন্তৰ্যামী গুৰুৰূপে, তাতে সত্য কৰা মোৰ
তযু নামে সদা ৰতি হৌক ॥

শ্ৰীভগৱানৰ প্ৰিয়তম ভক্ত মহাৰাজ পৰীক্ষিতে অনশন ব্ৰত অৱলম্বন কৰি গঙ্গাতীৰতে কুশাসনত বহি ভাবিছে—ধৰ্ম্মপুত্ৰৰ “শাপেৰে” মোৰ “বৰ”। কিন্তু, কোনে মোক হৰিকথা শুনাব? প্ৰভু শ্ৰীকৃষ্ণৰ বিনা কৃপায় সাধুসঙ্গ আৰু হৰিকথা লাভ নহয়”। মনে মনে পৰম আৰাধ্য শ্ৰীকৃষ্ণক

স্মৰণ কৰি সাধুসঙ্গক অপেক্ষা কৰিছে। এই সুসঙ্কল্প সৰ্ব্বাত্মা শ্ৰীকৃষ্ণে অনতিবিলম্বে পূৰ্ণ কৰিলে। নানা দেশ-দেশান্তৰৰ ব্ৰহ্মৰ্ষি দেবৰ্ষি প্ৰভৃতি অসংখ্য লোক সমীপত স্বইচ্ছাই উপস্থিত হলহি। তেওঁলোকৰ আগমনত পৰীক্ষিতে শ্ৰীকৃষ্ণৰ করুণা সাগৰত বুৰ দিলে, আৰু ভাবিলে—"মোলৈ প্ৰভু শ্ৰীকৃষ্ণৰ কি করুণা? মাতৃৰ গৰ্ভত ব্ৰহ্মাস্ত্ৰৰ পৰা ৰক্ষা কৰিছিল? এতিয়া সংসাৰ-কূপত পৰি থকা দেখি ব্ৰহ্ম-শাপ ছলে মোক অনুগ্ৰহ কৰিলে! অকল বৈৰাগ্য যে জন্মায় দিলে এনে নহয়? মহন্তৰ সঙ্গও দিলে" আসনৰ পৰা উঠি মুনিসকলৰ চৰণৰ ৰেণু মস্তকত অভিষেক কৰিলে গৈ আৰু পাদ্য, অৰ্ঘ্য, স্তুতি, নতি আদিৰে সন্তোষিত কৰি মহাৰাজ পৰীক্ষিতে সেই ঋষি সমূহত প্ৰাৰ্থনা কৰিলে।—"হে জগত পবিত্ৰকাৰী মুনিসকল! আপোনা লোকে মোক আশীৰ্ব্বাদ দিয়ক যে মোৰ যেন জন্ম-জন্মান্তৰে ভগৱত্যানন্তে ৰতিঃ—অনন্তমহিলাশালী শ্ৰীভগবানত ৰতি থাকে, প্ৰসঙ্গশ্চ—শ্ৰৱণ-কীৰ্ত্তন ভক্তিত ৰতি থাকে? তদাশ্ৰয়েষু—একান্ত ভক্ত সকলত ৰতি থাকে।" এই কাৰুণিক বাক্য শুনি চাৰিও ফালৰ পৰা মুনিসকলে অনেক শাস্ত্ৰ-ভাণ্ড বজায় "স্বস্তি" "স্বস্তি" বুলি ৰাজাৰ মস্তকত পুষ্প বৃষ্টি কৰিলে। মুনিসকলৰ করুণা দেখি পৰীক্ষিতে কৃষ্ণকথা শ্ৰৱণ কৰিবৰ মনে আৰু জগতত কৃষ্ণকথাৰ বীজ ৰোপণ কৰি থৈ যাবৰ মনে মুনি সকলত প্ৰশ্ন কৰিলে।—"হে মুনিসকল! সকল অৱস্থাতেই বিশেষতঃ মুমূৰ্ষু অৱস্থাত মানুহসকলৰ প্ৰতি কি কৰ্ম্ম অতি

উত্তম ? এই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ মুনিসকলৰ ভিতৰত অনেক বাদ-বিতণ্ডা লাগিল।—কোনোৱে কয় "যাগ",—কোনোৱে কয় "যজ্ঞ", কোনোৱে কয় "তপস্যা' ইহে অবিশুদ্ধ কৰ্ম্ম,—কোনোৱে কয় নহয় নহয় "যোগ" ভিন্ন আনে গতি দিব নোৱাৰে,—কোনোৱে কয় তোমালোকৰ সিবিলাক থৈ দিয়া দানেই উত্তম কৰ্ম্ম, দানেই উত্তম ধৰ্ম্ম, দানেই পৰম গতি-মুক্তি-ভক্তি।" ইত্যাদি হুলস্থূল কৰি আছে। ঠিক সেই সময়ত ব্যাসনন্দন মহাযোগী শ্ৰীশুকদেৱ যদৃচ্ছাই ( দৈবাৎ ) মহাৰাজৰ আগত উপস্থিত হলহি। ৰজাই তেওঁক অভ্যৰ্থনা কৰিলে আৰু সুধিলে।—অতঃ পৃচ্ছামি সংসিদ্ধিং যোগিনাং পৰমং গুৰুম্। পুৰুষস্যেহ যৎকাৰ্য্যং ম্ৰিয়মাণস্য সৰ্ব্বথা॥—হে মহামুনি। ম্ৰিয়মাণ পুৰুষ সকলৰ পক্ষে সৰ্ব্বকালে কৰিব লগীয়া উত্তম কৰ্ম্ম কি ? আপুনি এই বিষয়ে সিদ্ধান্ত দিয়ক।" যচ্ছ্ৰোতব্যমথো জাপ্যং যৎকৰ্ত্তব্যং নৃভিঃ প্ৰভো। স্মৰ্ত্তব্যং ভজনীয়ং বা ব্ৰূহি যদ্বা বিপৰ্য্যয়ম্।—হে প্ৰভো ! কি কৰ্ম্ম সততে বৰ্জনীয় ? মানুহে যাৰ কথা শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ আৰু নাম-গুণ-ৰূপ-লীলা অৰ্চ্চন, বন্দন, ধ্যান, ধাৰণা কৰিব লাগে। সেই আমাৰ কুলদেৱতা প্ৰভু শ্ৰীকৃষ্ণৰ লীলা-ৰহস্য কীৰ্ত্তন কৰক।" অৰ্থাৎ পৰীক্ষিতে তিনিটি প্ৰশ্ন কৰিছে।—যি কৰ্ম্মৰ দ্বাৰা মানুহৰ উপকাৰ হয়,—যি কৰ্ম্মৰ দ্বাৰা অপকাৰ হয় ; আৰু শ্ৰীকৃষ্ণৰ অমানুষিক লীলা ৰহস্য॥ তেওঁৰ উদ্দেশ্য অতি মহৎ। এই মহৎ উদ্দেশ্য ঋষি মুনি সকলে তৰ্কিবই নোৱাৰিলে ;

## শ্ৰীশাঙ্কৰি

নাহি জ্ঞান যাৰ জাতি মাত্ৰ কৰ্ম্ম কৰে,
নিতে বলি বৈশ্বপাঞ্চ যজ্ঞক আচৰে।
তাহাৰ শ্ৰোতব্য কথা আছে অসংখ্যাত,
হৰি বিমুখৰ হোৱে ব্যৰ্থে আয়ুপাত॥
দিন ভৈলে ধন কুটুম্বৰ চিন্তা কৰে,
নিদ্ৰা স্ত্ৰী আলাপে ৰাত্ৰিৰ আয়ু হৰে॥
মিছা বিষয়ত মাত্ৰ কৰে অভিলাষ।
সিহেতু নেদেখে নৰে আপুনাৰ নাশ॥২।৩।৪

অনুবাদ।

হে মহাৰাজ! জ্ঞানহীন গৃহী মনুষ্য সকলৰ প্ৰতি শুনিব, জানিব লগা কথা সহস্ৰ-সহস্ৰ আছে, আৰু কৰিব লগা কৰ্ম্মও সহস্ৰ সহস্ৰ আছে। সিহঁতে পুত্ৰ, ভাৰ্য্যা, ধন, জন, দেহ আৰু গৃহাদিৰ বৃদ্ধিৰ অৰ্থে বৈশ্ব-বলি আদি পঞ্চ যজ্ঞ আচৰণ কৰে; অৰ্থাৎ হাঁহ, ছাগ প্ৰভৃতি বলিদি ইন্দ্ৰ, ভৈৰব, কালী, দুৰ্গা আদিক পূজে। আৰু ভোগৰ অৰ্থে পঞ্চ সুনা-পাপ আচৰণ কৰে অৰ্থাৎ মৃগ মৎস্য প্ৰভৃতি মাৰি ফুৰে। কেতিয়াও আত্ম-তত্ত্ব আলোচনা নকৰে। এতেকে সিহঁতৰ দিনৰ আয়ু ধনৰ অৰ্থে আৰু বন্ধু বান্ধৱ আদিৰ খোৱা-লোৱাৰ অৰ্থে যত্ন কৰোতে বিফলে যায়; ৰাত্ৰিৰ আয়ু নিদ্ৰাত বা ৰতি আলাপত বিফলে যায়।২।৩। সিহঁত অনিত্য বিষয় ভোগত অতি আসক্ত এতেকে

তস্মাদ্ভাৰত সৰ্ব্বাত্মা ভগবানীশ্বৰো হৰিঃ
শ্ৰোতব্যঃ কীৰ্ত্তিতব্যশ্চ স্মৰ্ত্তব্যশ্চেচ্ছতাভয়ম্ ॥
এতাবান্ সাংখ্যযোগাভ্যাং স্বধৰ্ম্মপৰিনিষ্ঠয়া
জন্মলাভঃ পৰঃ পুংসামন্তে নাৰায়ণস্মৃতিঃ ॥৬।

অন্বয়ঃ।

হে ভাৰত (ভা-জ্ঞানঃ তস্য ৰতঃ ভাৰতঃ) তস্মাৎ (পূৰ্ব্বোক্তকাৰণাৎ) অভয়ং ইচ্ছতা (সংসাৰভয়নিবাৰণং ইচ্ছতা) ॥৫॥ সাংখ্য যোগাভ্যাং (জ্ঞানযোগ কৰ্ম্মযোগাভ্যাং) ॥৬।

সবন্ধু বান্ধৱে কালৰ লগত যুদ্ধ দিও বিষয় ভোগ পূৰ্ণ কৰিবলৈ অসমৰ্থ; কিন্তু যত্ন কৰিবলৈ এৰি নিদিয়ে; বাৰম্বাৰ যত্ন কৰি থাকে। কিমান লোক মৰা দেখিছে তাৰ সীমা সংখ্যা নাই; তথাপি নিজৰ মৃত্যু নেদেখে ॥৪॥

ভক্তি ৰসামৃত—পৰীক্ষিতে ম্ৰিয়মাণ লোকৰ প্ৰতি কি অকৰ্ম্ম এই প্ৰশ্নও কৰিছিল যথা—ব্ৰূহি যদ্বা বিপৰ্যয়ম্ অৰ্থাৎ কৰিব নলগা কৰ্ম্ম কি? ইয়াৰ সিদ্ধান্ত এই তিনটি শ্লোকৰ দ্বাৰা শুকদেৱে বৰ্ণনা কৰিছে। ইয়াৰ তাৎপৰ্য্য এই—"বিষয়ত অতি আসকতি ভৈল যাৰ। কৃষ্ণক পাইবাৰ আশা নিবৰ্ত্তিল তাৰ" এতেকে বিষয়ত আসক্ত হব নালাগে ॥২।৩।৪।

## শ্রীশাঙ্কৰি।

হেন জানি যাৰ ইচ্ছা মোক্ষক সৰ্ব্বথা,
পৰীক্ষিত তেবে শুনিয়োক কৃষ্ণ কথা।
দিব চিত্ত কৃষ্ণগুণ নাম কীৰ্ত্তনত,
কৃষ্ণবেশে পাদ পদ্ম স্মৰিব মনত ॥৫॥

### অনুবাদ

এতেকে মহাৰাজ! কালৰ হাত এৰাই মোক্ষ পদ লাভৰ অৰ্থে পুৰুষে ভগৱান শ্ৰীহৰিৰ কথা শ্ৰৱণ কৰক; কীৰ্ত্তন কৰক; স্মৰণ কৰক; ভগৱান হৰি সমস্তৰে অন্তৰ্যামী, পৰমাত্মা আৰু ঈশ্বৰ ॥৫॥ সত্য, শৌচ, দয়া, তপস্যা, তিতিক্ষা, সৎ অসৎ বিচাৰ, শম, দম, অহিংসা, ব্ৰহ্মচৰ্য্য, দান, বেদপাঠ, সৰলতা, সন্তোষ, সাধুসেৱা, প্ৰবৃত্তিপথ বৰ্জন, সাংসাৰিক কৰ্ম্মত নিষ্ফলতা জ্ঞান, প্ৰাণীবিলাকক যথাযোগ্য অন্নাদি বস্তু বিবৰ্ত্তন, মানুহত দেৱতা জ্ঞান আৰু আত্মজ্ঞান, ভগৱানৰ নবিধ ভক্তি এই ত্ৰিশটি মানুহ মাত্ৰৰেই পৰম ধৰ্ম্ম। এই ধৰ্ম্মত দৃঢ় ভক্তিৰে আৰু যম নিয়ম প্ৰভৃতি অষ্টাঙ্গ কৰ্ম্ম যোগৰ দ্বাৰা চিত্ত নিৰ্ম্মল ৰাখি, যিসকলে জ্ঞান যোগৰ দ্বাৰা অনাত্মাক পৰিত্যাগ কৰি পৰমাত্মা শ্ৰীনাৰায়ণক স্মৰণ কৰি থাকে সেই জীৱন মুক্ত মহাত্মা সকলৰ জন্ম সাৰ্থক—অন্তিম কালত চিন্তামণি শ্ৰীনাৰায়ণৰ শ্ৰীচৰণ স্মৰণ পৰম লাভ ॥৬॥

প্ৰায়েণ মুনয়ো ৰাজন্ নিবৃত্তা বিধিষেধতঃ
নৈর্গুণ্যস্থা ৰমন্তে স্ম গুণানু কথনে হৰেঃ ॥৭॥
ইদং ভাগবতং নাম পুৰাণং ব্ৰহ্মসন্মিতম্
অধীতবান্ দ্বাপৰাদৌ পিতুৰ্দ্বৈপায়নাদহম্ ॥৮॥

বিধিষেধতঃ ( কৰ্ম্ম অকৰ্ম্মতঃ ) নিবৃত্তাঃ ॥৭॥
ব্ৰহ্মসন্মিতং ( সৰ্ব্ববেদতুলং ) দ্বৈপায়নাৎ ( ব্যাসাৎ ) ॥৮॥

শ্ৰীশাঙ্কৰি।

যিটো ব্ৰহ্মময় দেখে জগত নিখিল,
যত পাপ পুণ্য সমস্ততে নিবৰ্ত্তিল
হৰিৰ কথাত তাৰ ৰতি অবিশ্ৰাম,
সদায় মুখতনেৰে ৰামকৃষ্ণ নাম ॥৭॥

ভক্তি ৰসামৃত

"পুৰুষস্যেহ যৎ কাৰ্য্যং—অৰ্থাৎ মানুহৰ কৰ্ত্তব্য কি ? এই প্ৰশ্নৰ উত্তৰত শ্ৰীশুকদেৱে বুজাইছে যে শ্ৰীকৃষ্ণৰ চৰণত ভক্তি কৰায় উত্তম কৰ্ম্ম। জ্ঞানযোগ, কৰ্ম্মযোগ আৰু ভক্তিযোগৰ দ্বাৰা ভগবানৰ শ্ৰীচৰণ স্মৰণ কৰি থকা মানুহৰ জীৱন সাৰ্থক পৰকালত শ্ৰীচৰণ প্ৰাপ্তি পৰম লাভ॥ "যদ্‌গত্বা ন নিবৰ্ত্তন্তে তদ্ধামং পৰমং মম" গীতা ॥৫॥৬॥

অনুবাদ

এই যে বিধি আৰু নিষেধ, অৰ্থাৎ বেদপাঠ আদি কৰিব

**পৰিনিষ্ঠিতোঽপি নৈগুৰ্ণ্য উত্তমঃশ্লোকলীলয়া**
**গৃহীতচেতা ৰাজৰ্ষ আখ্যানং যদধীতবান্ ॥৯॥**
**তদহং তেঽভিধাস্যামি মহাপৌৰুষিকোভবান্**
**যস্যশ্ৰদ্দধতামাশুস্যান্মুকুন্দে মতিঃ সতী ॥১০॥**

অন্বয়ঃ

নৈগুৰ্ণ্যে ( নিৰঞ্জনে ব্ৰহ্মণি ) পৰিনিষ্ঠিতঃ ( লীনপ্ৰাপ্তঃ ) উত্তমঃ শ্লোকলীলয়া ( শ্ৰীকৃষ্ণচৰিতামৃতেন ) গৃহীতচেতাঃ (আকৃষ্টচিত্তঃ সন্। ব্ৰহ্ম অনুভবাদপি লীলামাধুৰ্য্যাধিক্যে অহমেৱ প্ৰমাণমিতি ভাবঃ) ॥৯॥ ভবান্ মহাপৌৰুষিকঃ ( বিষ্ণুনানুগৃহীতঃ ) শ্ৰদ্দধতাং ( শ্ৰদ্ধাবতাং জনানাং ) ॥ ১০ ॥

শ্ৰীশাঙ্কৰি ।

কলিৰ সন্ধ্যাত মই পঢ়িলো পিতৃত। তুমি মহা বৈষ্ণৱত কৰিবো বিদিত ॥৯।১০।

---

লগা পুণ্য কৰ্ম্ম আৰু বিষয় ভোগ আদি ত্যাগ কৰিব লগা অকৰ্ম্ম এই উভয়ত বৈৰাগ্য পৰম ব্ৰহ্মত লীনপ্ৰাপ্ত মুনি সকলে হৰিগুণানু কীৰ্ত্তন আৰু শ্ৰৱণ কৰি পৰম সন্তোষিত হৈ থাকে ॥৭॥ মহাৰাজ ! এই সিদ্ধান্ত মই কল্পনা কৰি কোৱা নহয়। পূৰ্ব্বে শ্ৰীনাৰায়ণে ব্ৰহ্মাক শিকাইছিল, ব্ৰহ্মাই নাৰদক, নাৰদে মোৰ পিতা ব্যাসদেৱক শিকাইছিল। সৌভাগ্যৰ বলত অষ্টবিংশতি মহাযুগৰ অন্তৰ্গত দ্বাপৰ যুগৰ শেষত পিতা ব্যাসদেৱৰ ওচৰত মই অধ্যয়ন কৰিছিলো। শ্ৰীভগবানৰ

কথাৰেই পুৰ্ণ; এতেকে এই ভক্তি তত্বৰ নাম "মহাভাগৱত পুৰাণ"। ই সমস্ত বেদৰ ৰহস্য ॥৮॥

ভক্তিৰসামৃত।

"যোগিনাং সংসিদ্ধিং" যোগী সকলৰ পৰম সিদ্ধি কি? এই প্ৰশ্নৰ উত্তৰ "হৰেঃ গুণানুকথনে ৰমন্তে স্ম"। ব্ৰহ্ম সাযুজ্যত কৰিও লীলা মাধুৰ্য্য অধিক এতেকে হৰি কথামৃতৰস লাভে পৰম সিদ্ধি। (শুকদেৱৰ মাতৃৰ বিষয়ে যোগোপনিষদত অলপ আভাস পোৱা যায়; কিন্তু নাম কি তাৰ একো উল্লেখ নাই। শুকে মাতৃৰ গৰ্ভত বাৰবছৰ পুৰ্ব্বাৰ্জিত যোগবলত বাস কৰি আছিল। সেই গৰ্ভত থকা অৱস্থাত ব্যাসদেবে তেওঁক ভাগৱত শিকাইছিল। এই ভক্তি শাস্ত্ৰৰ দ্বাৰা তেও দীব্য জ্ঞান লভি দুৰ্ঘোৰ সংসাৰক মাতৃ গৰ্ভ যাতনাত কৰিও অধিক বুলি মাতৃৰ গৰ্ভতে আছিল। ব্যাসে ভগবানক আৰাধনা কৰি জগৎ মোহিনী মায়াক দূৰ কৰি দিয়ে সেই সময়ত জন্মি "পুত্ৰ" "পুত্ৰ" বুলি চিঞৰি চিঞৰি ফুৰা ব্যাসদেৱকো উত্তৰ নিদি পৰমহংস আশ্ৰমত স্থিতি হয় ইত্যাদি) ॥৮॥

অনুবাদ।

হে ৰাজৰ্ষি! মই নিৰাকাৰ ব্ৰহ্মত লীনপ্ৰাপ্ত; তথাপি পৰম আনন্দ মনে এই মহাভাগৱত পঢ়িছিলোঁ। কৃষ্ণলীলাৰস ব্ৰহ্ম নিৰ্ব্বাণত কৰিও অধিক; এতেকে এইৰসে মোৰ চিত্ত অতি উত্ৰাৱল কৰিছে? ॥৯। আপুনি শ্ৰীকৃষ্ণৰ একান্ত ভক্ত,

এতন্নির্ব্বিদ্য মানানামিচ্ছতামকুতোভয়ম্ ।
যোগিনাং নৃপ নির্ণীতং হৰেগুণানুকীৰ্ত্তনম ॥১১॥
কিং প্রমত্তস্য বহুভিঃ পৰোক্ষৈ হায়নৈৰিহ ।
বৰং মুহূৰ্ত্তং বিদিতং ঘটতে শ্রেয়সে যতঃ ॥১২॥
খট্বাঙ্গো নাম ৰাজৰ্ষি জ্ঞাত্বেয়ত্তামিহায়ুষঃ ।
মুহূৰ্ত্তাৎ সৰ্ব্বমুৎসৃজ্য গতবানভয়ং হৰিম্ ॥১৩॥

অন্বয়ঃ

নির্ব্বিদ্যমানানাং ( মুমুক্ষুণাং ) ॥১১। ইহ ( জগতি ) পৰোক্ষৈঃ ( অলক্ষিতৈঃ ) হায়নৈঃ ( বৰ্ষৈঃ ) ঘটতে ( যত্নং, কৰোতি ) ॥১২॥ উৎসৃজ্য ( পৰিত্যজ্য ) ॥১৩

শ্রীশাঙ্কৰি ।

প্রশ্নৰ উত্তৰ দিওঁ হুয়ো সাৱধান, কৃষ্ণৰ নামেসে ৰাজা পৰম কল্যাণ ॥ নামেসবে সাধে যাৰ যেন অভিলাষ । যিবা মোক্ষ চাৱে বৈকুণ্ঠত কৰন্ত বাস ॥ জ্ঞানীৰো নামেসে জানিবাহা মোক্ষ ফল । নাহিকে নামত পৰে পৰম মঙ্গল ॥ চাৰিয়ো বেদৰ সাৰ এহিসে নিশ্চয়, জানি পৰীক্ষিত তুমি তেজিয়ো সংশয় ॥ অল্পকালে সাধে সিদ্ধি কৃষ্ণৰ ভকতি । দুইদণ্ডে পাইলা গতি খট্বাঙ্গ নৃপতি ॥১১॥১২॥১৩॥

---

এতেকে আপোনাৰ আগত সেই মহাভাগৱত কীৰ্ত্তন কৰিম ; কাৰণ ইয়াক শ্রদ্ধাসহকাৰে শ্রৱণ কৰোঁতা লোক সকলৰ অনতি

বিলম্বে চিত্ত নিৰ্ম্মল হয় আৰু শ্ৰীমুকুন্দৰ পাদ-পদ্মত অচলা ভক্তি হয় ॥১০॥

ভক্তিৰসামৃত।

শ্ৰীশুকদেৱে কলেঃ—মহাৰাজ! হৰিগুণানু কীৰ্ত্তন যে ব্ৰহ্ম অনুভৱত কৰি অধিক; এই বিষয়ে মইয়ে প্ৰমাণ। মই ব্ৰহ্ম জ্ঞান সমুদ্ৰত মগ্ন; তথাপি আপোনাৰ প্ৰশ্নে মোক অতি উত্ৰাৱল কৰিছে। মই জন্মিবৰ পৰা মোনী আছিলোঁ, মোৰ পিতাই "পুত্ৰ" "পুত্ৰ" বুলি পাছে-পাছে কান্দি ফুৰিছিল তথাপি মই মাত নিদিলোঁ; কিন্তু আজি আপোনাৰ আগত কৃষ্ণ কথা কবলৈ মোৰ মন অতি উত্ৰাৱল! আপুনি কৃষ্ণ কথা শুনিবৰ পাত্ৰ; এতেকে আপোনাক কৃষ্ণকথা শুনাম। (দাম্ভিক শঠত নকহিবা ইটো তত্ত্ব; সদা উপদেশ দিবা বৈষ্ণৱ জনত)। কীৰ্ত্তন ॥৯।১০।

অনুবাদ

বেদে নিৰ্ণয় কৰিছে যে, হৰিগুণানুকীৰ্ত্তন মুক্তি অভিলাষী সাধকৰ মুক্তি, স্বৰ্গাদি ভোগাভিলাষীৰ ভোগ, আনন্দপ্ৰাৰ্থী যোগী সকলৰ আনন্দ আৰু শান্তিকামী ভক্ত সকলৰ শান্তি ।১১। আয়ু বিফলে নাশ হব ধৰিছে, যিলোকে ইয়াক নুবুজে সেই প্ৰমত্ত লোক সকলৰ অনেক বছৰ হলেও একো উপকাৰ নহয় কিন্তু "জন্ম বিফলে গ'ল" ইয়াক জানিব পাৰিলে জীৱনৰ শেষ

তবাপ্যেতৰ্হি কৌৰব্য সপ্তাহংজীৱিতাবধিঃ।
উপকল্পয় তৎ সৰ্ব্বং তাবদ্যৎ সাম্পৰায়িকম্ ॥১৪
অন্তকালেতু পুৰুষ আগতে গত সাধ্বসঃ।
ছিন্দাদসঙ্গশস্ত্ৰেণ স্পৃহাং দেহেঽনু যে চ তম্ ॥১৫॥

অন্বয়ঃ॥

হে কৌৰব্য! কুৰুবংশোদ্ভবঃ পৰীক্ষিৎ) এতৰ্হি (ইদানীং) সাম্পৰায়িকং (পাৰলৌকীক সাধনং) উপকল্পয় (সম্পাদয়) ১৪। গত সাধ্বসঃ (মৃত্যুভয়শূন্যঃ সন্) ॥ ১৫ ॥

শ্ৰীশাঙ্কৰি॥

মুহূৰ্ত্তে খট্বাঙ্গে পাইলা পৰম গতিক। জীৱা সাত দিন আত ভয়কৰাকিক।। ১৪ ।। এহি বুলি কহিলা ধাৰণ যোগ মুনি। যাহাক কহিলা হৰি ব্ৰহ্মাত আপুনি।। ১৫। ৩৯।

---

এক মুহূৰ্ত্ত কালেই মঙ্গলদায়ক? কাৰণ মুহূৰ্ত্তকালৰ ভিতৰতেই পৰম কল্যাণৰ কাৰণে যত্ন কৰিব পাৰে ॥১২॥

এই বিষয়ে এটি ইতিহাস আছে;—খট্বাঙ্গ মহাৰাজাই দেৱতাৰ পক্ষপাতি হৈ, দানবৰ লগত যুদ্ধ কৰি থাকোঁতে পৰমায়ু বিফলে গল; কবই নোৱাৰিলে। শেষত দেৱতা সকলৰ কৃপাত বুজিব পাৰিলে যে তেওঁ আৰু এক মুহূৰ্ত্ত মাত্ৰ জীয়াই থাকিব। তেতিয়া তেওঁ সকলো বিষয় বাসনা পৰিত্যাগ কৰি, অভয় দাতা শ্ৰীহৰিৰ চৰণত শৰণ ললে আৰু সেই মুহূৰ্ত্ত কালৰ ভিতৰতে শ্ৰীহৰিৰ পৰম পদ লাভ কৰিলে ॥ ১৩।

## অনুবাদ।

হে কৌৰব কুলৰ শিৰোমণি ! আপোনাৰ এতিয়াও সাত দিন পৰমায়ূ আছে। এনে স্থলত ভয় কি ? আজিৰ পৰাই মৃত্যু সময়ৰ উপযোগী কৰ্ম্মৰ অনুষ্ঠান কৰক ; অৰ্থাৎ যি নিয়মে প্ৰাণ ত্যাগ কৰিলে পৰম পদ লাভ হয়, তাক শিকি লওঁক। মুমূৰ্ষু অবস্থাত মৃত্যু ভয় দুৰ কৰি পুৰুষে অনাসক্তি মহা অস্ত্ৰৰ দ্বাৰা দেহ আৰু দৈহিক বিষয়ৰ স্নেহ মমতা ছেদন কৰিব লাগে।

## ভক্তি ৰসামৃত।

এতন্নির্ব্বিদ্যমানানাং এই শ্লোকৰ দ্বাৰা জ্ঞানী কৰ্ম্মী আদিৰো যে হৰি নামেৰে সৰ্ব্ব কামনা সিদ্ধি হয়, এইটো বুজাইছে। খট্বাঙ্গ চৰিত্ৰৰ দ্বাৰা ৰাজাক উৎসাহ দি মৃত্যু সময়ত যিৰূপে দেহ ত্যাগ কৰিলে পৰম পদ লাভ হয়, তাক কবলৈ আৰম্ভ কৰিছে। অৰ্থাৎ "ম্ৰিয়মাণস্য কিং কৰ্ত্তব্যং"। শুকে সম্প্ৰতি এই প্ৰশ্নৰ উত্তৰ দিছে। "যোগী পুৰুষে কালৰ অপেক্ষা নকৰি যোগ বলে ব্ৰহ্ম পদ লাভ কৰে। এতেকে মহাৰাজ আজিৰ পৰাই সাৱধান হৈ থাকক ? মই সেই নিয়ম আপোনাক বুজাই দিওঁ ॥ "হুয়ো ভাই সাৱধান, যাৱে নাহি চুটে প্ৰাণ" ॥ বৰগীত ॥ ১১ । ১৫ ।

গৃহাৎ প্ৰব্ৰজিতো ধীৰঃ পুণ্যতীৰ্থজলাপ্লুতঃ
শুচৌ বিবিক্ত আসীনো বিধিবৎ
কল্পিতাসনে ॥ ১৬।
অভ্যসেন্মনসা শুদ্ধং ত্ৰিবৃদ্‌ব্ৰহ্মাক্ষৰং পৰম্
মনো যচ্ছেজ্জিতশ্বাসো ব্ৰহ্মবীজমবিস্মৰন্ ॥ ১৭ ॥

অন্বয়ঃ।

ধীৰঃ গৃহাৎ প্ৰব্ৰজিতঃ পুণ্যতীৰ্থজলাপ্লুতঃ শুচৌ বিবিক্তে বিধিবৎ কল্পিত—আসনে আসীনঃ মনসা ত্ৰিবৃৎ শুদ্ধং পৰং ব্ৰহ্ম অক্ষৰং অভ্যসেৎ ব্ৰহ্মবীজং অবিস্মৰন্ জিতশ্বাসঃ মনঃ যচ্ছেৎ ॥ ১৬ । ১৭ ॥

অনুবাদ।

ব্ৰহ্মচৰ্য্য আদিৰ দ্বাৰা সংযত যোগী পুৰুষে মৃত্যু সময়ত গৃহাশ্ৰমৰ পৰা বাহিৰ হৈ পবিত্ৰ আৰু নিৰ্জ্জন স্থানলৈ যাব আৰু নিৰ্ম্মল জলত স্নান কৰি, সেই পবিত্ৰ স্থানত বিধি অনুসাৰে কুশ, অজিন আদিৰে নিৰ্ম্মিত আসনত বহি, পৰম পবিত্ৰ, অকাৰ উকাৰ আৰু মকাৰেৰে গ্ৰথিত ব্ৰহ্মবাচক ওঁ ( প্ৰণব ) জপ কৰি থাকিব? এই ওঙ্কাৰক জপ কৰোতে প্ৰাণায়ামৰ প্ৰণালীৰ দ্বাৰা নিশ্বাস নিৰোধ কৰি মনক দমন কৰিব? ॥ ১৬ । ১৭ ॥

নিযচ্ছেদ্ বিষয়েভ্যোঽক্ষান্ মনসা বুদ্ধিসাৰথিঃ।
মনঃ কৰ্ম্মভিৰাক্ষিপ্তং শুভার্থে ধাৰয়েদ্ধিয়া- ॥১৮॥
তত্ৰৈকাবয়বং ধ্যায়েদব্যুচ্ছিন্নেন চেতসা
মনো নিৰ্ব্বিষয়ং যুক্ত্বা ততঃ কিঞ্চন ন স্মৰেৎ
পদং তৎ পৰমং বিষ্ণোর্মনো যত্র প্রসীদতি ॥ ১৯ ॥

অন্বয়ঃ।

বুদ্ধি সাৰথিঃ মনসা বিষয়েভ্যঃ অক্ষান্ নিযচ্ছেৎ কৰ্ম্মভিঃ আক্ষিপ্তং মনঃ ধিয়া শুভার্থে ধাৰয়েৎ। অব্যুচ্ছিন্নেন চেতসা তত্র (ভগবদ্রূপে) একাবয়বং ধ্যায়েৎ, ততঃ নিৰ্ব্বিষয়ং মনঃ যুক্ত্বা কিঞ্চন ন স্মৰেৎ যত্র মনঃ প্রসীদতি তৎ বিষ্ণোঃ পৰমং পদং ॥ ১৮। ১৯।

অনুবাদ।

অনন্তৰ যোগীয়ে বুদ্ধিৰ সহায়ত মনৰ দ্বাৰা ৰূপ, ৰস আদি বিষয়ৰ পৰা চক্ষু, কর্ণ আদি ইন্দ্রিয় বোৰক নিগ্রহ কৰিব। স্থিৰ বুদ্ধিৰ দ্বাৰা কৰ্ম্ম ফলত আবদ্ধ মনক বিষয়ৰ পৰা আকর্ষণ কৰি আনি ভগবানৰ মঙ্গলময় মধুৰ মূৰ্ত্তিত ধাৰণা কৰিব।। ১৮। শ্রীভগবানৰ সচ্চিদানন্দময় ৰূপত চিত্ত ৰাখি, মনেৰে শ্রীচৰণৰ পৰা মস্তক পর্য্যন্ত প্রত্যেক অঙ্গক এটি-এটি কৰি ধ্যান কৰিব, এই দৰে ধ্যান কৰোঁতে কৰোঁতে যেতিয়া মন নিৰ্ম্মল হয়, তেতিয়া সেই সচ্চিদানন্দ ৰূপত মনক লীন কৰি আৰ একোকে চিন্তা নকৰিব? এই অবস্থাৰ নাম সমাধি। এই

**ৰজস্তমোভ্যামাক্ষিপ্তং, বিমূঢ়ং মন আত্মনঃ**
**যচ্ছেদ্ধাৰণয়া ধীৰো হন্তি যা তৎকৃতং মলম্ ।২০।**
**যতঃ সন্ধাৰ্য্যমাণায়াং যোগিনো ভক্তিলক্ষণঃ ।**
**আশু সম্পদ্যতে যোগ আশ্ৰয়ং ভদ্ৰমীক্ষতঃ ॥২১॥**

অন্বয়ঃ ।

ধীৰঃ ৰজস্তমোভ্যাং, আক্ষিপ্তং বিমূঢ়ং, আত্মনঃ মনঃ ধাৰণয়া যচ্ছেৎ যা ( ধাৰণয়া ) তৎকৃতং মলং হন্তি । ২০ । যতঃ সন্ধাৰ্য্যমাণায়াং ভদ্ৰং আশ্ৰয়ং ঈক্ষতঃ ভক্তিলক্ষণঃ যোগঃ আশু সম্পদ্যতে ॥ ২১ ॥

অনুবাদ ।

সমাধি লাভ হলে মন একেবাৰে শান্ত হয়, ইয়াক জ্ঞানী সকলে "বিষ্ণুৰ পৰম পদ" বুলি কয় ? ॥ ১৯ ॥

এই সচ্চিদানন্দময় মধুৰ মূৰ্ত্তিত চিত্তধাৰণা কৰোঁতে যদি মন প্ৰথম অৱস্থাত ৰজোগুণৰ দ্বাৰা চঞ্চল আৰু তমোগুণৰ দ্বাৰা মোহিত হয়, তেন্তে যোগীয়ে ভগবানৰ বিৰাট মূৰ্ত্তিত আপোন মনক ধাৰণা ( সংযোগ ) কৰি নিৰ্ম্মল কৰিব । যিহেতু ধাৰণাৰ দ্বাৰা ৰজো আৰু তমোগুণৰ দ্বাৰা উদ্ভৱ হোৱা কাম, ক্ৰোধ আদি মনৰ মল নাশ নকৰিলে আন একো উপায় নাই । ২০ । এই ধাৰণাযোগ সিদ্ধ হলে যোগীৰ পৰম আনন্দময় ভগবানৰ মধুৰ মূৰ্ত্তি দৰশন ঘটে আৰু তেতিয়া অতি শীঘ্ৰে ভক্তিৰ লক্ষণ

শ্ৰীৰাজোবাচ ।—

যথা সন্ধাৰ্য্যতে ব্ৰহ্মন্ ধাৰণা যত্ৰ সম্মতা ।
যাদৃশী বা হৰেদাশু পুৰুষস্য মনোমলম্ ।২২॥

শ্ৰীশুক উবাচ ।—

জিতাসনো জিতশ্বাসো জিতসঙ্গো জিতেন্দ্ৰিয়ঃ ।
স্থূলে ভগৱতো ৰূপে মনঃ সন্ধাৰয়েদ্ধিয়া ॥২৩॥

অন্বয় ।

ব্ৰহ্মন্ ! যথা সন্ধাৰ্য্যতে যত্ৰ ধাৰণা সম্মতা যাদৃশী বা পুৰুষস্য মনোমলং আশু হৰেৎ ।২২। শ্ৰীশুক উবাচ। জিতাসনঃ জিতশ্বাসঃ জিতসঙ্গঃ জিত ইন্দ্ৰিয়ঃ ভগৱতঃ স্থূলে ৰূপে ধিয়া মনঃ সন্ধাৰয়েৎ ॥ ২৩ ॥

অনুবাদ

যোগ অৰ্থাৎ প্ৰেমত গদ্ গদ্ বাক্য আদি প্ৰেমভক্তি উদয় হয় ॥ ২১ ॥

মহাৰাজ পৰীক্ষিতে কলে—"হে ব্ৰহ্মন্ ! কি নিয়মেৰে ধাৰণা কৰিব লাগে ? ভগৱানৰ যিমূৰ্ত্তিত ধাৰণা কৰিবলৈ যোগীসকলৰ সম্মত ? আৰু যি স্বৰূপে অনুষ্ঠান কৰিলে যোগীপুৰুষৰ মনৰ মল অতি শীঘ্ৰে নাশ হয় আমাৰ আগত কওক ?" ।২২। শুকদেৱে কলে—"মহাৰাজ ! (পূৰ্ব্বোক্ত) আসনত বহি প্ৰাণায়ামৰ দ্বাৰা সৰ্ব্ববিধ বিষয়ৰ আসক্তি পৰিহাৰ আৰু ইন্দ্ৰিয়

বিশেষস্তস্য দেহোঽয়ং স্থবিষ্ঠশ্চ স্থবীয়সাম্।
যত্রেদং ব্যজতে বিশ্বং ভূতং ভব্যং ভবচ্চ সৎ ॥২৪॥
অণ্ডকোষে শৰীৰেঽস্মিন্ সপ্তাবৰণসংযুতে।
বৈৰজঃ পুৰুষো যোঽসৌ ভগবান্ ধাৰণাশ্ৰয়ঃ ॥২৫॥

অন্বয়।

তস্য অয়ং বিশেষঃ দেহঃ স্থবীয়সাং স্থবিষ্ঠঃ যত্র ভূতং ভব্যং ভবৎ সৎ ইদং বিশ্বং ব্যজ্যতে ॥ ২৪ ॥ সপ্ত—আবৰণ সংযুতে অস্মিন্ অণ্ডকোষে শৰীৰে যঃ অসৌ বৈৰাজঃ পুৰুষঃ ভগবান্ ধাৰণাশ্ৰয়ঃ ॥ ২৫ ॥

অনুবাদ।

বোৰক নিগ্ৰহ কৰিব বুদ্ধিৰ দ্বাৰা মনক ভগবানৰ স্থূল ৰূপত ( চিত্তধাৰণাৰ কাৰণে কল্পিত মূৰ্ত্তিত ) ধাৰণা কৰিব লাগে ॥২৩॥

সচ্চিদানন্দময় ভগবানৰ বিৰাট দেহ সৃষ্টিৰ মধ্যত যি সকল বস্তু অতিশয় স্থূল, ( বৃহৎ ) সেই সকলোত কৰিও বৃহৎ। ভূত, ভবিষ্যৎ আৰু বৰ্ত্তমান এই তিনি কালত বিদ্যমান বিশ্বই সেই বিৰাট দেহত বিৰাজ কৰি আছে। ২৪। ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম, অহঙ্কাৰ আৰু মহত্তত্ত্ব এই সাত আবৰণৰ দ্বাৰা আবৃৎ এই ব্ৰহ্মাণ্ডৰূপ বিৰাট শৰীৰত যি বৈৰাজ নামক পুৰুষে বিৰাজ কৰিছে, সেই ভগবানেই ধাৰণাৰ আশ্ৰয় ( অবলম্বনীয় বস্তু ) ” ॥ ২৫ ॥

পাতালমেতস্য হি পাদমূলং পঠন্তি পাৰ্ষ্ণিপ্ৰপদে
ৰসাতলম্।
মহাতলং বিশ্বসৃজোঽথ গুল্‌ফৌ তলাতলং বৈ
পুৰুষস্য জঙ্ঘে ॥২৬
দ্বে জানুনী সুতলং বিশ্বমূৰ্ত্তেৰূৰুদ্বয়ং বিতলঞ্চাতলঞ্চ।
মহীতলং তজ্জঘনং মহীপতে নভস্তলং নাভিসৰো
গৃণন্তি ॥২৭

অন্বয়।

এতস্য বিশ্বসৃজঃ পুৰুষস্য বিশ্বমূৰ্ত্তেঃ হে মহীপতে! পাতালং পাদমূলং ৰসাতলং পাৰ্ষ্ণিপ্ৰপদে অথ মহীতলং গুল্‌ফৌ তলাতলং জঙ্ঘে, সুতলং দ্বে জানুনী বিতলং অতলঞ্চ উৰুদ্বয়ং মহীতলং তৎ জঘনং নভস্তলং নাভিসৰঃ গৃণন্তি ॥ ২৬।২৭ ॥

অনুবাদ

হে মহাৰাজ! তত্বজ্ঞ যোগী পুৰুষ সকলে কয় যে,—বিশ্ব স্ৰষ্টা বিশ্বমূৰ্ত্তি বিৰাট পুৰুষৰ পাতালে পদতল, ৰসাতলে চৰণৰ গেড়ুৱা আৰু অগ্ৰভাগ, মহাতলে চৰণৰ গাঁথি, তলাতলে দুই জঙ্ঘা, সুতলে জানু দুটি, অতল আৰু বিতলে দুই উৰু, মহীতলে জঘন আৰু নভোমণ্ডলে নাভিপদ্ম ॥ ২৬।২৭ ॥

টিপনী—এই নিয়মে যোগ আচৰণ কৰি যোগীয়ে মোক্ষ লাভ কৰে। মহাৰাজ পৰীক্ষিতে সংক্ষেপত এই যোগৰ প্ৰণালী

উৰঃ স্থলং জ্যোতিৰনীকমস্য গ্ৰীৱা মহৰ্বদনং বৈ
জনোঽস্য
তপো ৰৰাটীং বিদুৰাদিপুংসঃ সত্যন্তু শীৰ্ষাণি
সহস্ৰশীৰ্ষ্ণঃ ॥২৮
ইন্দ্ৰাদয়ো বাহৰ আহুৰুস্ৰাঃ কৰ্ণৌ দিশঃ
শ্ৰোত্ৰমমুষ্য শব্দঃ
নাসত্যদস্ৰৌ পৰমস্য নাসে ঘ্ৰাণোঽস্য গন্ধো
মুখমগ্নিৰিদ্ধঃ ॥২৯
দ্যৌৰক্ষিণী চক্ষুৰভূৎ পতঙ্গঃ পক্ষ্মাণি বিষ্ণোৰহনী
উভে চ
তদ্ভ্ৰূবিজৃম্ভঃ পৰমেষ্ঠিধিষ্ণ্যমাপোঽস্য তালূৰস
এৱ জিহ্বা ॥৩০

অন্বয়।

অন্বয়ঃ। অস্য সহস্ৰশীৰ্ষ্ণঃ আদিপুংসঃ অমুষ্য পৰমস্য বিষ্ণোঃ জ্যোতিৰনীকং উৰস্থলং, মহঃ গ্ৰীৱা জনঃ বদনং, তপঃ ৰৰাটীং সত্যংতু শীৰ্ষাণি বিদুঃ ইন্দ্ৰাদয়ঃ উস্ৰাঃ বাহৱঃ দিশঃ কৰ্ণৌ শব্দঃ শ্ৰোত্ৰং নাসত্যদস্ৰৌ নাসে গন্ধঃ অস্য ঘ্ৰাণঃ ইদ্ধঃ অগ্নি মুখং, দ্যৌঃ অক্ষিণী পতঙ্গঃ চক্ষুঃ অভূৎ উভৌ অহনী পক্ষ্মাণি পৰমেষ্ঠিধিষ্ণ্যং তৎ বিজৃম্ভঃ আপঃ তালুঃ ৰসঃ এৱ জিহ্বা ॥ ২৮।২৯।৩০।

শুনি বিস্তৃত ভাৱে জানিবলৈ প্ৰশ্ন কৰিলে, শুকদেৱ বিৰাট পুৰুষৰ বৰ্ণনা কৰিলে ॥ ১২।২৫ ॥

ছন্দাংস্যনন্তস্য শিরো গৃণন্তি
দংষ্ট্ৰা যমঃ স্নেহকলা দ্বিজানি।
হাসো জনোন্মাদকরী চ মায়া
দুৰন্তসৰ্গো যদপাঙ্গমোক্ষঃ ॥ ৩১ ॥
ব্ৰীড়োত্তৰৌষ্ঠোঽধৰ এব লোভো
ধৰ্ম্মস্তনোঽধৰ্ম্মপথোঽস্য পৃষ্ঠম্।
কস্তস্য মেঢ্ৰং বৃষণৌ চ মিত্ৰৌ
কুক্ষিঃ সমুদ্ৰা গিৰয়োঽস্থিসঙ্ঘাঃ ॥ ৩২ ॥
নদ্যোঽস্য নাড্যোঽথ তনূৰুহাণি
মহীৰুহা বিশ্বতনোৰ্নৃপেন্দ্ৰ

অনুবাদ।

সহস্ৰশীৰ্ষ আদিপুৰুষ মহা বিষ্ণুৰ চন্দ্ৰ, সূৰ্য্য আদি নক্ষত্ৰ সমূহৰ অবয়ব জ্যোতিৰ্ম্মণ্ডল স্বৰ্গে বক্ষঃস্থল, মহৰ্লোকে গ্ৰীবা, জনলোকে বদন, তপোলোকে কপাল, সত্যলোকে মস্তক। ইন্দ্ৰ আদি দেৱতাসকলে বাহু, দশোদিকে কৰ্ণৰন্ধ্ৰ, বা গোলক, শব্দে কৰ্ণ, অশ্বিনী আৰু কুমাৰে নাসাৰন্ধ্ৰ, গন্ধে নাসা প্ৰকাশিত অগনিয়ে মুখ, আকাশে চক্ষুগোলক সূৰ্য্যে চক্ষু, ৰাত্ৰি আৰু দিনে চক্ষুৰ লোম, ব্ৰহ্মপদবিয়ে ভ্ৰূকুটি, জলৰ অধিপতি বৰুণ দেৱতায়ে বা স্থূল জলে তালু আৰু ৰসে জিহ্বা ॥ ২৮।২৯।৩০ ॥

অনন্তবীৰ্য্যঃ শ্বসিতং মাৰিশ্বা
গতিৰ্ব্বয়ঃ কৰ্ম্ম গুণপ্ৰবাহঃ ॥ ৩৩ ॥

অন্বয়ঃ।

অনন্তস্য বিশ্বতনোঃ ছন্দাংসি শিৰঃ ৰমঃ দংষ্ট্ৰাঃ স্নেহকলাঃ দ্বিজানি জনোন্মাদকৰী মায়া হাসঃ দুৰন্ত সৰ্গঃ অপাঙ্গমোক্ষঃ, ব্ৰীড়া উত্তৰৌষ্ঠঃ লোভঃ এব অধৰঃ ধৰ্ম্ম স্তনঃ অধৰ্ম্মপথঃ পৃষ্ঠং কঃ মেঢ্ৰং মিত্ৰৌ বৃষণৌ সমুদ্ৰাঃ কুক্ষিঃ গিৰয় অস্থি-জন্মাঃ, নদ্যঃ নাড্যঃ অথ মহীৰুহাঃ তনুৰুহাণি অনন্তবীৰ্য্যঃ মাতৰিশ্বা শ্বসিতং বয় গতিঃ গুণপ্ৰবাহঃ কৰ্ম্ম ॥৩১॥৩২॥৩৩॥

অনুবাদ।

বিৰাটপুৰুষ বিশ্বমূৰ্ত্তিৰ চাৰিবেদে ব্ৰহ্মৰন্ধ্ৰ, যমে দন্ত পংক্তি, পুত্ৰ আদিৰ স্নেহে দন্ত জগত মোহিনী মায়াই হাস্য দুস্তৰ সংসাৰে কটাক্ষপাত, লজ্জা ওপৰৰ ওঠ লোভে তলৰ ওঠ, ধৰ্ম্মে স্তন, অধৰ্ম্মপথে, পৃষ্ঠ, প্ৰজাপতিয়ে লিঙ্গ, মিত্ৰ আৰু বৰুণে অণ্ড কোষদুটি, সপ্ত সমুদ্ৰে উদৰ, পৰ্ব্বত বিলাকে অস্থি, নদীবিলাকে নাড়ী, বৃক্ষবিলাকে লোম, অনন্ত শক্তি-শালী বায়ুই নিশ্বাস, কালে গমন, তিনি গুণৰ স্ৰোতে অৰ্থাৎ জীৱসকলৰ উৰ্দ্ধগতি আৰু অধোগতি আদিয়ে কৰ্ম্ম ॥৩১॥৩২॥৩৩॥

ঈশস্য কেশান্ বিদুৰম্বুবাহান্
বাসস্ত সন্ধ্যাং কুৰুবৰ্য্য ভুম্ন ।
অব্যক্ত মাহুহৃ দয়ং মনশ্চ
স চন্দ্রমাঃ সৰ্ব্ববিকাৰকোষঃ ॥ ৩৪ ॥
বিজ্ঞানশক্তিং মহিমামনন্তি
সৰ্ব্বাত্মনোঽন্তঃকৰণং ৰিত্ৰং ।
অশ্বাশ্বতৰ্য্যুষ্ট্ৰজা নখানি সৰ্ব্বে
মৃগাঃ পশৱঃ শ্ৰোণিদেশে ॥ ৩৫ ॥

অন্বয়ঃ ।

হে কুৰুবৰ্য্য ! ঈশস্য ভূম্নঃ সৰ্ব্বাত্মনঃ অম্বুবাহান্ কেশান্ সন্ধ্যাং বাসঃ অব্যক্তঃ হৃদয়ং সঃ চন্দ্রমাঃ সৰ্ব্ববিকাৰ কোষঃ মনঃ বিদুঃ ! মহিং বিজ্ঞানশক্তিং গিৰিত্ৰং অন্তঃকৰণং, অশ্বাশ্বতৰী উষ্ট্ৰ গজাঃ নখানি সৰ্ব্বে মৃগাঃ পশবঃ শ্ৰোণিদেশে ॥৩৪।৩৫॥

অনুবাদ ।

হে কুৰুশ্ৰেষ্ঠ । ঈশ্বৰ সৰ্ব্বাত্মা মহাপুৰুষৰ মেঘে কেশ, সন্ধ্যাই বস্ত্ৰ, প্ৰকৃতিয়ে হৃদয় ( বুদ্ধি ), চন্দ্ৰে মন, সেই মনেই সকল বিকাৰৰ ভাণ্ডাৰ, মহত্তত্ত্বে বিজ্ঞান শক্তি ( চিত্ত ) ৰুদ্ৰদেৱে অন্তঃকৰণ ( অহঙ্কাৰ ) অশ্ব, অশ্বতৰী, উষ্ট্ৰ আৰু হস্তী প্ৰভৃতি জন্তুবিলাকে নখ, মৃগ আদি পশুবিলাকে শ্ৰোণি ( কটি ) দেশ ॥ ৩৪।৩৫॥

বয়াংসি কদ্ব্যাকৰণং বিচিত্ৰং
মনুৰ্মনীষা মনুজো নিবাসঃ।
গন্ধৰ্ব্ব-বিদ্যাধৰ চাৰণাপ্সৰঃ
স্বৰস্মৃতীৰসুৰানীক বীৰ্য্যঃ ॥৩৬॥
ব্ৰহ্মাননং ক্ষত্ৰভূজো মহাত্মা
বিড়ূৰুৰঙ্ঘ্ৰি, শ্ৰিতকৃষ্ণৱৰ্ণঃ।
নানাভিধাভীজ্যগণোপপন্নো-
দ্ৰব্যাত্মকঃ কৰ্ম্ম বিতাপযোগঃ ॥ ৩৭ ॥

অন্বয়ঃ

বয়াংসি তৎ বিচিত্ৰং ব্যাকৰণং মনুঃ মনীষা মনুজঃ নিবাসঃ গন্ধৰ্ব্ব—বিদ্যাধৰ-চাৰণ-অপ্সৰঃ স্বৰস্মৃতী অসুৰানীক বীৰ্য্য ।৩৬। ব্ৰহ্মা আননং মহাত্মা ক্ষত্ৰভুজঃ বিট্ উৰু অঙ্ঘ্ৰি শ্ৰিত কৃষ্ণবৰ্ণঃ নানাভিধা অভীজ্যগণ উপপন্নঃ দ্ৰব্যাত্মকঃ বিতানযোগঃ কৰ্ম্ম ॥ ৩৭ ॥

অনুবাদ।

পক্ষীবিলাকে শিল্পকৌশল, স্বায়ম্ভুৱ মনুৱে বুদ্ধি, মনুষ্য-সকলৰ হৃদযে নিবাসৰ স্থান, গন্ধৰ্ব্ব, বিদ্যাধৰ, চাৰণ, অপ্সৰ প্ৰভৃতিয়ে স্বৰস্মৃতী অৰ্থাৎ ষড়জ্, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈবত আৰু নিষাদ এই সপ্তবিধ কণ্ঠৰ ধ্বনি, অসুৰ সকলে বিক্ৰম। ৩৬। ব্ৰাহ্মণে মুখ, ক্ষত্ৰিয়ই বাহু, বৈশ্যে

ইয়ানসাবীশ্বৰবিগ্ৰহস্য যঃ সন্নি-
বৈশঃ কথিতো ময়া তে।
স ধাৰ্য্যতেঽস্মিন্ বপুষি স্থবিষ্ঠে
মনঃ স্ববুদ্ধ্যা ন যতোঽস্তি কিঞ্চিৎ ॥৩৮॥
স সৰ্ব্বধীবৃত্ত্যনুভূতসৰ্ব্ব আত্মা
যথা স্বপ্নজনেক্ষিতৈকঃ।
তং সত্যমানন্দনিধিং ভজেত
নান্যত্ৰ সজ্জেদ্ যত আত্মপাতঃ ॥ ৩৯ ॥

ইতি শ্ৰীমদ্ভাগবতে মহাপুৰাণে পৰমহংস্যাং বৈয়াসিক্যাং
দ্বিতীয়স্কন্ধে মহাপুৰুষসংস্থানুবৰ্ণনং নাম
প্ৰথমোঽধ্যায়ঃ ॥ ১ ॥

অন্বয়।

উৰু তমগুণী শূদ্ৰে চৰণ, বসু, ৰুদ্ৰ আদি দেবতাসকলে আবৰণ আৰু ঘৃত প্ৰভৃতি দ্ৰব্যৰ দ্বাৰা আচৰণীয় যাগযজ্ঞাদি বিৰাটপুৰুষৰ মনোনীত কৰ্ম্ম ॥ ৩৭ ॥

ঈশ্বৰবিগ্ৰহস্য ইয়ান্ অসৌ যঃ সন্নিবেশঃ ময়া তে কথিতঃ অস্মিন্ স্থবিষ্ঠে বপুষি স্ববুদ্ধ্যা [ যোগিভিঃ ] মনঃ সন্ধাৰ্য্যতে যতঃ ( বিৰাট দেহাৎ ) কিঞ্চিৎ ন অস্তি ॥৩৮॥ যথা এক স্বপ্নজনেক্ষিতা [ তথা ] সঃ আত্মা সৰ্ব্বধীবৃত্ত্যনুভূতসৰ্ব্বঃ তং সত্যং আনন্দনিধিং ভজেত অন্যত্ৰ ন সজ্জেৎ যতঃ আত্মপাতঃ ॥৩৯॥

## অনুবাদ

হে মহাৰাজ ! বিৰাট পুৰুষৰ অবয়ব সংস্থান ( অঙ্গ-প্ৰত্যঙ্গ আদি ) আপোনাৰ আগত এই বৰ্ণনা কৰিলোঁ। যোগী সকলে সাধনাৰ প্ৰথম অৱস্থাত এই বিৰাট দেহত অতি যত্নেৰে মনোধাৰণা ( মন নিযুক্ত ) কৰি থাকে। এই বিৰাট দেহত ভিন্ন সংসাৰত আৰ একো বস্তু নাই ॥ ৩৮। বিশ্বৰূপে এজন লোকেই স্বপ্নত নানা দেহ কল্পনা কৰি সেই সেই দেহৰ ইন্দ্ৰিয়ৰ দ্বাৰা সুখ, দুঃখ আদি নানা বিষয়ক অনুভৱ কৰে, সেই স্বৰূপে এই বিৰাট পুৰুষেও সকলোৰে চিত্তবৃত্তিৰ দ্বাৰা সকলো বিষয়কে অনুভৱ কৰি থাকে। এই বিৰাটত আসক্ত জীৱৰ পুনঃ পুনঃ সংসাৰত পতন। এতেকে বিষয়ৰ আসক্তি পৰিহাৰ কৰি সেই সৰ্ব্বাত্মা আনন্দবিধি ভগবানত মনোধাৰণা কৰি অন্তৰ্য্যামীৰ উপাসনা কৰা সকলোৰে কৰ্ত্তব্য ॥ ৩৯ ॥

## ভক্তি ৰসামৃত।

মহাৰাজ পৰীক্ষিতে শ্ৰীশুকদেৱক শুধিলে—"কি প্ৰকাৰ চিত্তধাৰণাৰে চিত্তৰ চাঞ্চল্য গুচে আৰু কামনা বাসনা আদি মনৰ মল দূৰ হয় ?" ইয়াৰ উত্তৰত শুকদেৱে আসন আদিৰ প্ৰণালী কৈ শ্ৰীভগবানৰ বিৰাট মূৰ্ত্তি বৰ্ণনা কৰিলে। পাতালৰ পৰা সত্যলোক পৰ্য্যন্ত চতুৰ্দ্দশ ভুৱনেই বিৰাট পুৰুষৰ পদতলৰ পৰা শিৰোদেশ পৰ্য্যন্ত নানা অঙ্গ। দেৱতা, মনুষ্য, পশু, পক্ষী, নদী, পৰ্ব্বত প্ৰভৃতি ব্ৰহ্মাণ্ডৰ সমস্ত বস্তুৱেই বিৰাট পুৰুষৰ বাহু,

নখ, লোম আদি প্ৰত্যঙ্গ। এতেকে বিৰাটত বাহিৰে আৰ একো প্ৰাকৃত বস্তু নাই। বিষয়ত আসক্তি বশতঃ চঞ্চলস্বভাব মনে জগতৰ যি বিষয়ত আসক্ত হয়, তৎক্ষণাৎ যদি সেই বিষয়ক বিৰাটৰ অঙ্গৰূপে চিন্তা কৰা যায় তেন্তে কাম, ক্ৰোধ আদি মলিনতাই চিন্তিত ঠাই নাপায়। অৰ্থাৎ আমি যাক শত্ৰু, মিত্ৰ আদি বিবিধ ভাৱেৰে কল্পনা কৰোঁ সেই জীৱ বিলাকে বিৰাট পুৰুষৰ হাত-পাৱাদি। যদি শত্ৰু বুদ্ধি কৰি এজনক হিংসা কৰোঁ তেন্তে ভগবানৰ শৰীৰতহে হিংসা কৰা হব। এই ভাব মনত আনিলে সমস্ত ভূততেই বিষ্ণুজ্ঞান হয় তেতিয়া— "ঈৰিষা অসুৱা তিৰস্কাৰ অহঙ্কাৰ সবে নষ্ট হোৱে তেৱে তাৱ ক্ষণে তাৰ" (কীৰ্ত্তন) এই কাৰণে শুকদেৱে কলে—"মহাৰাজ! যোগমাৰ্গৰ প্ৰথম সাধক যোগীসকলে চঞ্চল মনক স্থিৰ কৰিবলৈ এনে প্ৰকাৰে বিৰাট পুৰুষত চিত্ত ধাৰণা কৰে। এই ধাৰণা-যোগ সিদ্ধ হলে যোগীৰ দিব্য জ্ঞান লাভ হয় আৰু বিবিধ ভোগ ঐশ্বৰ্য্যে লাগলয়হি। সেই অবস্থাত বিৰাট পুৰুষৰ ধাৰণা পৰিহাৰ কৰি বিৰাটৰ অন্তৰ্য্যামী শ্ৰীভগবানত চিত্ত ধাৰণা কৰৈ কাৰণ, নকৰিলে সংসাৰ নিবৃত্তি নহয়? বৰং ভোগ আৰু ঐশ্বৰ্য্যত আসক্তহৈ বাৰম্বাৰ সংসাৰলৈহে আয়াযাত কৰে শ্ৰীভগবানৰ এই বিৰাট মূৰ্ত্তি প্ৰথম সাধকৰ চিত্ত স্থিৰতাৰ কাৰণে কল্পনা মাত্ৰ। প্ৰকৃততে শ্ৰীভগবানৰ এই বিৰাট মুৰ্ত্তি সত্য নহয়। শ্ৰীমদ্ভাগত প্ৰথম স্কন্ধ তৃতীয় অধ্যয়ৰ প্ৰথম শ্লোক ব্যাখ্যা কৰোঁতে শ্ৰীধৰ স্বামীয়ে লিখিছে 'যদিও শ্ৰীভগবানৰ মূৰ্ত্তি এই মহত্তত্ব আদি

ব্ৰহ্মাণ্ডৰ দ্বাৰা নিৰ্ম্মিত নহয় তথাপি বিৰাট আৰু জীৱৰ অন্তৰ্যামী ভগবানৰ উপাসনাৰ কাৰণে এই মূৰ্ত্তি বৰ্ণনা কৰিছে ॥" শ্ৰীমদ্ভাগবতৰ মূল শ্লোকেও আছে—অমূনি ভগবদ্ৰূপে ময়া তে অনুবৰ্ণিতে উভে অপি ন গৃহ্ণন্তি মায়াসৃষ্টে বিপশ্চিতঃ ।২।১০।৩৪। অৰ্থাৎ শুকদেৱে কৈছে—"মহাৰাজ ! শ্ৰীভগবানে মাযাৰ দ্বাৰা স্ৰজন কৰা কল্পিত মূৰ্ত্তি আপোনাৰ আগত বৰ্ণনা কৰিলোঁ। তত্ত্বজ্ঞানী লোকে এই মায়িক বিৰাট মূৰ্ত্তিক ধ্যান নকৰে" কিন্তু, যি পৰ্য্যন্ত শ্ৰীভগবানৰ সৎচিৎ আনন্দ, চতুৰ্ভুজ, শঙ্খ, চক্ৰ, গদা, পদ্ম, বনমালা, পীতবস্ত্ৰ আদিৰে সুশোভিত সত্য মূৰ্ত্তি হৃদয়ত সম্পূৰ্ণে বিদিত নহয় আৰু তেওঁৰ চৰণ-পদ্মত একান্ত ভক্তি নজন্মে, সেই পৰ্য্যন্ত বহিৰ্মুখী চিত্তক স্থিৰ কৰিবৰ কাৰণে এই কল্পিত মূৰ্ত্তিক ধ্যান কৰে।" শুকদেৱে প্ৰথম সাধকৰ চিত্তধাৰণাৰ উপকাৰৰ কাৰণে "পাতালং এতস্য হি পাদমূলং" এই প্ৰকাৰে বিৰাট মূৰ্ত্তি বৰ্ণনা কৰি পৰিশেষত কলে "তং সত্যং আনন্দনিধি ভজেত নান্যত্ৰ সজ্জেৎ যতঃ আত্মপাতঃ" সেই সত্যস্বৰূপ আনন্দনিধি শ্ৰীকৃষ্ণক ভজনা কৰা উচিত। বিৰাট দেহত আসক্তহৈ আত্মপাত কৰা উচিত নহয় ॥২৬।৩৯। শ্ৰীমদ্ভাগবত দ্বিতীয় স্কন্ধৰ প্ৰথম অধ্যাৰ ভক্তি ৰসামৃত সমাপ্ত ॥

মহাযোগী ব্যাসদেৱৰ প্ৰণীত শ্ৰীমদ্ভাগবত মহাপুৰাণ সংহিতাৰ অন্তৰ্গত দ্বিতীয় স্কন্ধৰ প্ৰথম আধ্যা সমাপ্ত ॥১॥

# দ্বিতীয়ঽধ্যায়ঃ।

## শ্রীশুক উবাচ।

এবং পুৰাধাৰণয়াত্মযোনির্নষ্টাং স্মৃতিং প্ৰত্যবৰুধ্যতুষ্টাৎ
তথা সসৰ্জ্জেদমমোঘদৃষ্টি যথাপ্যৰাৎ প্ৰাগ্ব্যবসায়
বুদ্ধিঃ ॥১॥
শাব্দস্য হি ব্ৰহ্মণ এষ পন্থা যন্নামভির্ধ্যায়তি ধীৰপাৰ্থৈঃ
পৰিভ্ৰমংস্তত্ৰ ন বিন্দতে ঽৰ্থান্মায়াময়ে বাসনয়া
শয়ানঃ ॥২॥
অতঃ কবির্ণামসু যাবদৰ্থঃ স্যাদপ্ৰমত্তো ব্যবসায়বুদ্ধিঃ
সিদ্ধেঽন্যসাৰ্থে ন যতেত তত্ৰ পৰিশ্ৰমং তত্ৰ
সমীক্ষমাণঃ ॥৩॥

অন্বয়।

আত্মযোনিঃ (ব্ৰহ্মা) তুষ্টাৎ (হৰেঃ সন্তুষ্টাৎ) অপ্যয়াৎ (প্ৰলয়াৎ) ইদং (বিশ্বং) ॥১। ধীঃ (সাধকস্য বুদ্ধিঃ) অপাৰ্থৈঃ (ব্যৰ্থৈঃ) যন্নামভিঃ (স্বৰ্গাদি নামভিঃ) ধ্যায়তি (তত্তদিচ্ছাং কৰোতি) শাব্দস্য (বেদস্য) পন্থাঃ (কৰ্ম্মফল বোধন প্ৰকাৰঃ) ॥২। সমীক্ষমাণঃ (পশ্যন্) ॥৩॥

অনুবাদ।

পূৰ্ব্বে ব্ৰহ্মাই এই ধাৰণা যোগৰ দ্বাৰা চিত্ত নিৰ্ম্মল কৰি স্থিৰ বুদ্ধিৰে শ্ৰীহৰিক সন্তুষ্ট কৰিছিল; আৰু শ্ৰীহৰিৰ প্ৰসাদতে

সত্যাং ক্ষিতৌ কিং কশিপোঃ প্ৰয়াসৈৰ্বাৰহা
হ্যুপবৰ্হণৈঃকিং।
সত্যঞ্জলৌ কিং পুৰুধান্নপাত্ৰ্যান্নপাত্ৰ্যা দিগ্বল্কমাদৌ
সতি কিং দুকূলৈঃ ॥৪॥
চাজানি কিং পথি ন সন্তি দিশন্তি ভিক্ষাং
নৈবাঙ্ঘ্ৰিপাঃ পৰভৃতঃ সৰিতোঽপ্যশুষাণ
ৰুদ্ধাগুহাঃ কিমজিতোঽৱতি নোপসন্নান কস্মাদ্ভজন্তি
কবয়ো ধনদুৰ্ম্মদান্ধান্ ॥৫॥

অন্বয়।

পুৰুষা ( বহুপ্ৰকাৰযা ) ৪॥ অজিতঃ ( হৰিঃ ) ধনদুৰ্ম্ম-দান্ধান্ ( ধনগৰ্বিতান্ ) ৫।

অনুবাদ।

দীব্যদৰ্শী হৈ প্ৰলয়ৰ পূৰ্ব্বে এই জগত যেনে আছিল সেই স্মৰণ শক্তি লাভকৰি পূৰ্ব্ব কল্পৰ সদৃশ পুনৰ এই জগত স্ৰজনা কৰিছে। ॥১॥ বেদ-বিহিত কৰ্ম্মকাণ্ডৰ ফল—মায়াময় স্বৰ্গাদিৰ নানা ভোগ প্ৰাপ্তি, নানা কামনাৰ শৈতে শয়ন কৰি স্বপ্ন দেখাৰ নিচিনা, সিবিলাক প্ৰকৃত লাভ নহয়। সাধকে নজানিহে সেই স্বৰ্গ-মৰ্ত্ত্য আদিৰ বিবিধ ভোগক ইচ্ছা কৰে ? ২॥ এই কাৰণে মহাৰাজ! জ্ঞানী সাধকে দৃঢ় বুদ্ধিৰে মায়িক ভোগৰ ইচ্ছা পৰিত্যাগ কৰি; কেৱল দেহ প্ৰবৰ্ত্তনৰ অৰ্থে যিমান বস্তুৰ প্ৰয়োজন তাত মাত্ৰ সম্বন্ধ ৰাখিব; কিন্তু স্ব সাধনাৰ ব্যাঘাতক জানি বৃথা পৰিশ্ৰমৰ দ্বাৰা যত্ন নকৰিব ? ৩॥

এবং স্বচিত্তে স্বত এবসিদ্ধ
আত্মা প্রিয়োঽর্থো ভগবাননন্তঃ
তং নির্বৃতঃ সন্নিয়তার্থো ভজেত
সংসাৰহেতু পৰমশ্চযত্র ॥৬॥

অনুবাদ।

কাৰণ; বিনা যত্নে দেহ ধাৰণ কৰিবৰ উপায় অনেক আছে.—যথা, শয্যাৰ কাৰণে ভূমি, শিৰোধানৰ কাৰণে বাহু, বস্তু লবৰ কাৰণে অঞ্জলি, আৰু বস্ত্ৰৰ কাৰণে দিগ্বসন বা গছৰ বাকলি, এই বিলাক অনায়াসে পোৱা হয় ॥৪॥ শীত নিবাৰণৰ কাৰণে পথত ছিৰা কানি, ক্ষুধা তৃষ্ণা নিবাৰণৰ কাৰণে পৰোপকাৰী গছৰ ফল আৰু নদীৰ জল, গৃহৰ কাৰণে পৰ্ব্বতৰ গুহা, আৰু বিপদ উদ্ধাৰৰ কাৰণে ভগবান; এই ভগবানে ভক্ত বৎসল নাম ধৰি সকলোকে পালন কৰি আছে। এতেকে মহা অহঙ্কাৰী ধনী বোৰক উপাসনা কৰি স্ব সাধনা ব্যাঘাত কৰিবৰ একো প্ৰয়োজন নাই? ॥৫॥ মহাৰজ! সাধকে এই নিয়মে দেহ ধাৰণ কৰি একান্ত মনে স্ব-হৃদয়ত শ্ৰীকৃষ্ণক ভজনা কৰিব। তেওঁ সকলোৰে পৰমাত্মা, সুহৃদ, আৰু পৰম ধন; সকলোৰে হৃদয় পদ্মত চৈতন্য মূৰ্ত্তি ধাৰণ কৰি পৰম আনন্দ মনে প্ৰকাশ কৰি আছে, তেওঁৰ মহিমা অনন্ত, তেওঁক ভজনা কৰিলে বিষয়-বাসনাত বৈৰাগ্য আৰু যি মায়াই সংসাৰ সাগৰত মগ্ন কৰি ৰাখে, সেই মায়াও নিবৃত্তি হয় ॥৬॥

কস্তাত্মনাদৃত্য পৰানুচিন্তামৃতে
পশূনসতাং নাম কুৰ্য্যাৎ।
পশ্যঞ্জনং পতিতং বৈতৰণ্যাং
স্বকৰ্ম্মজান্ পৰিতাপাঞ্জুষাণং ॥৭॥

কেচিৎস্বদেহান্তৰ্হৃদয়াবকাশে
প্ৰাদেশমাত্ৰং পুৰুষং বসন্তম্।
চতুৰ্ভুজং কঞ্জৰথাঙ্গশঙ্খ-
গদাধৰং ধাৰণয়া স্মৰন্তি ॥৮॥

প্ৰসন্নবক্ত্ৰং নলিনায়তেক্ষণং
কদম্বকিঞ্জল্কপিশঙ্গ বাসসম্
লসন্মহাৰত্নহিৰন্ময়াঙ্গদং
স্ফুৰন্মহাৰত্নকিৰীট কুণ্ডলম ॥৯॥

অনুবাদ। যমৰ দ্বাৰত থকা বৈতৰণী নদীৰ সদৃশ এই সংসাৰত পশুৰ নিচিনা লোকে স্বকৰ্ম্মফল, শোক, মোহ, জ্বৰা ব্যাধি আদি দুঃখ ভোগ কৰি নিস্তাৰৰ উপায় নাপাই অনেক অনুতাপ কৰি থাকে। এই দুঃখ হৰি বিমুখ পাতকী লোকৰ ইয়াক বুজি কোনজন আত্মা ঘাটকীয়ে শ্ৰীকৃষ্ণচৰণ চিন্তাত বিৰত হৈ বিষয় চিন্তাত কালাতিপাত কৰিব? ॥৭॥ হে মহাৰাজ। [এতিয়া সূক্ষ্ম ধাৰণা শ্ৰৱণ কৰক]। ভাগ্যবান সাধকে স্বহৃদয় কৰ্ণিকাৰ মধ্যত চতুৰ্ভুজ, শঙ্খ, চক্ৰ, গদা পদ্ম

উন্নিদ্রহৃৎপঙ্কজকর্ণিকালয়ে
যোগেশ্বৰাস্থাপিত পাদ পল্লবম্ ।
শ্রীলক্ষ্মণং কৌস্তুভৰত্নকন্ধৰমম্লান-
লক্ষ্ম্যাবনমালায়াচিতম্ ॥১০॥
বিভূষিতং মেখলয়াঙ্গুৰীয়কৈর্মহা-
ধনৈর্নূপুৰকঙ্কণাদিভিঃ ।
স্নিগ্ধামলাকুঞ্চিতনীলকুন্তলৈ-
র্বিৰোচমানাননহাসপেশলম্ ॥ ১১ ॥

অনুবাদ

ধাৰী প্রাদেশ পৰিমাণ ( হাতৰ বুঢ়া আঙ্গুলি আৰু তাৰ কাষৰ আঙ্গুলি মেলি দিলে যি পৰিমাণ হয় ) পুৰুষক ধ্যান কৰি থাকে ॥৮॥ সেই ভগবানৰ প্রসন্ন বদন, নয়ন পঙ্কজপাহি সম সুদীর্ঘ, শ্যাম শৰীৰত কদম্ব ফুলৰ কেশৰ সম পীত বস্ত্র, সুদীর্ঘ বাহু চাৰি খনত হিৰা, মণি, মুক্তা আদি খতোৱা ৰত্নৰ কেয়ূৰ ( বাজু ) কঙ্কণ আৰু বলয়া, মস্তকত ৰত্নময় কিৰীটি আৰু কর্ণত জিল-মিলা মকৰ কুণ্ডল ॥৯॥ চৰণত ধ্বজ, বজ্র, যৱ, অঙ্কুশ আৰু পঙ্কজ আদি চিহ্ন । সেই চৰণ ব্রহ্মা, মহাদেৱ আদি একান্ত ভক্ত সকলে হৃদয় পদ্মত ধ্যান কৰে । বক্ষ-স্থলত কষটিত ( শিলত ) সুবর্ণ ৰেখা সদৃশ লক্ষ্মীৰ চিহ্ন, কণ্ঠত প্রভাতৰ সূর্য্য সম কস্তুভ মণি, আৰু গলৰ পৰা চৰণ পর্য্যন্ত নির্ম্মল আৰু সুগন্ধী পুষ্পেৰে গ্রথিত বনমালা ॥১০॥

অদানলীলাহসিতেক্ষণোল্লসদ্
ভ্ৰূভঙ্গসংসূচিতভূৰ্য্যনু-গ্ৰহম্।
ইক্ষেত চিন্তাময়মেতমীশ্বৰং
যাবন্মনো ধাৰণয়াবতিষ্ঠতে ॥ ১২ ॥
একৈকশোঽঙ্গানিধিয়ানুভাবয়েৎ-
পাদাদিযাবদ্ধাসিতং গদাভৃতঃ।
জিতংজিতং স্থানমপোহ্য ধাৰয়েৎ
পৰং পৰং শুধ্যতি ধীৰ্যথাযথা ॥ ১৩ ॥

## অনুবাদ।

কটাত পাত বসন, অমূল্য মেখলা (ৰত্নৰ হাৰ) হাতৰ আঙ্গুলিত আঙ্গঠি, মণি খচিত কঙ্কণ আৰু বাহুত বলয়া, চৰণৰ আঙ্গুলিত উঝাটি, আৰু পৃষ্ঠত নূপুৰ, মস্তকত নীল আকুঞ্চিতকেশ, কপালত অলকা পঙ্‌ক্তি, ঈষৎ মধুৰ হাঁহিৰে বদন সুশোভিত, মদনৰ ধনুসম উন্নত ভ্ৰূ ঈষৎ আকুঞ্চিত, এই ভ্ৰূ ভঙ্গৰ দ্বাৰা জগতৰ প্ৰতি যেন, মহা অনুগ্ৰহ কৰি আছে। চিন্তাৰ যোঁতেই হৃদয় পদ্মত পূৰ্ণচন্দ্ৰ সম উদিত মধুৰ মূৰ্ত্তি শ্ৰীকৃষ্ণক যোগীয়ে একান্ত মনে হৃদয় পদ্মত ধ্যান কৰিব? আৰু মানস-দৃষ্টিৰে চৰণৰ পৰা এটি এটি অঙ্গক অনুক্ৰমে ধ্যান কৰি মস্তকলৈ, আৰু মস্তকৰ পৰা চৰণত মন অৰ্পন কৰিব যিমান সময় মন স্থিৰ থাকে সিমান সময়লৈ শ্ৰীকৃষ্ণৰ

যাবন্ন জায়েত পৰাবৰেঽস্মিন্
বিশ্বেশ্বৰে দ্রষ্টৰি ভক্তি যোগঃ।
তাবৎস্থবীয়ঃ পুৰুষস্য ৰূপং
ক্রিয়াবসানে প্রযতঃ স্মৰেত ॥ ১৪ ॥
স্থিৰং থখ্বাসনমাস্থিতোৰ্যতি-
ৰ্যদাজিহাসুৰ্বিমমঙ্গ লোকং।
দেশে চ কালে চ মনো ন সজ্জেৎ
প্রাণান্নিযচ্ছেন্মনসাজিতাসুঃ ॥১৫॥
মনঃ স্ববুদ্ধ্যামলয়া নিয়ম্য
ক্ষেত্রজ্ঞ এতাং নিলয়েত্ত-মাত্মনি।
আত্মানমাত্মন্যবৰুধ্য ধীৰো-
লব্ধোপশান্তিৰ্বিৰমেত কৃত্যাৎ ॥ ১৬ ॥

অনুবাদ।

মধুৰ মূৰ্ত্তিত চিত্ত ধাৰণা কৰি থাকিব॥১১-১৩॥ সৰ্ব্ব সাক্ষী পৰম পুৰুষ ভগবান শ্রীকৃষ্ণত যেতিয়ালৈ প্রেম ভক্তি উদয় নহয় তেতিয়ালৈ নিত্য নৈমিত্তিক কৰ্ম্মৰ পাচত বিৰাট পুৰুষক ধ্যান কৰিব। [ প্রেম ভক্তি উদয় হলে বিৰাটৰ উপাসনা প্রেম ভক্তিৰ বিৰোধি, গতিকে পৰিহাৰ কৰিব ] ॥১৪॥

মহাৰাজ! ভক্তিমিশ্র যোগীৰ যদি দেহ ত্যাগ কৰিবৰ মন হয়, তেন্তে দেশ কাল আদি বিচাৰ নকৰি সুখদায়ক আসনত বহি প্রাণায়ামৰ দ্বাৰা প্রাণ বায়ুক নিৰোধ আৰু

ন যত্ৰ কালোঽনিমিষাং পৰঃ প্ৰভুঃ
কুতো নু দেবা জগতাং য ঈশিৰে।
ন যত্ৰ সত্ত্বং ন ৰজস্তমশ্চ
নবৈ বিকাৰোন মহান্ প্ৰধানম্ ॥ ১৭ ॥
পৰং পদং বৈষ্ণৱমামনন্তি তদ্-
যন্নেতি নেতীত্যতদুৎসিসৃক্ষবঃ।
বিসৃজ্য দৌৰাত্ম্যমনন্য সৌহৃদা
হৃদোপগুহ্যাহ পদং পদে পদে ॥ ১৮ ॥

অনুবাদ।

মনৰ দ্বাৰা ইন্দ্ৰিয় বোৰক সংযত কৰিব ॥ ১৫ ॥ নিৰ্ম্মল বুদ্ধিৰে মন সংযম কৰি বুদ্ধিক জীবাত্মাত আৰু জীবাত্মাক পৰমাত্মাত বিলীন কৰি যোগী সন্তুষ্ট হৈ সৰ্ব্ব সাধনা পৰিত্যাগ কৰিব ॥ ১৬ ॥ এই অবস্থাপ্ৰাপ্ত যোগীৰ উপৰত [illegible] ত্ৰিগুণামায়াৰ বিকাৰেও প্ৰভুত্ব কৰিব নোৱাৰে ॥ যিহেতু যোগীয়ে দেহ আদি অনিত্য বস্তু "এইটি ব্ৰহ্ম নহয়" "এইটি ব্ৰহ্ম নহয়" বুলি পৰিত্যাগ কৰি কেৱল বিষ্ণুৰ পাদ পদ্ম হৃদয়ত লৈ,—এইযে মোৰ পৰম ধন বুলি ভুনাই ভুনাই আলিঙ্গন কৰি, নমস্কাৰ কৰি, ভক্তি চন্দন আৰু প্ৰেম অশ্ৰুৰে পূজা কৰি পৰমানন্দ সাগৰত মগন হৈ থাকে ? এওঁলোকেহে বিষ্ণুৰ পাদ পদ্ম উত্তম বুলি জানে ? মহাৰাজ ! অজ্ঞানীয়ে তাৰ গন্ধকে নাপায় ॥ ১৮ ॥

ইত্থং মুনিস্তূপৰমেদ্ব্যবস্থিতো
বিজ্ঞানদৃগ্বীর্য্য সুৰন্ধিতাশয়ঃ।
স্বপার্ষ্ণিণাপীড্য গুদং ততোঽনীলং
স্থানেষু ষট্সূন্নময়েজ্জিত ক্লমঃ ॥ ১৯ ॥
নাভ্যাং স্থিতং হৃদ্যধিৰোপ্য-
তস্মাদুদান গত্যোৰসি তন্নয়েন্মুনিঃ।
ততোঽনুসন্ধায় ধিয়া মনস্বা
স্বতালুমূলং শনকৈনয়েত ॥ ২০ ॥
তস্মাদ্ভ্রুবোরন্তরমুন্নয়েত
নিরুদ্ধসপ্তায়য়নোঽনপেক্ষঃ।
স্থিত্বা মুহূর্ত্তার্দ্ধমকুণ্ঠ দৃষ্টির্নির্ভিদ্য
মূর্দ্ধন্বিসৃজেৎ পরং গতঃ ॥ ২১ ॥

অনুবাদ।

বিজ্ঞানৰ দ্বাৰা বিষয় বাসনাৰ মূল উচ্ছেদ কৰি বিষ্ণুপদত স্থিত মননশীল যোগায়ে যদি স্বইচ্ছাই দেহ ত্যাগ কৰে ব্ৰহ্ম পদত স্থিত হব খোজে, তেন্তে চৰণৰ গেড়ুৱাৰে গুহ্যদ্বাৰ নিৰোধ কৰি, প্ৰাণ বায়ুক অনুক্ৰমে গুহ্যৰ পৰা নাভী চক্ৰলৈ, তাৰ পৰা অনাহত চক্ৰ হৃদয়লৈ, তাৰ পাৰ উদান বায়ুৰ গতি অনুসাৰে কণ্ঠলৈ, তাৰ পৰা ধিৰে ধিৰে তালুলৈ নিব ॥ ১৯ ॥ ২০ ॥ এই সময়ত মুখ প্ৰভৃতি সাতোটি ৰন্ধ্ৰ্‌ বন্ধ কৰি, তালুৰ পৰা প্ৰাণ বায়ুক ভ্ৰূ মধ্যলৈ (আজ্ঞা চক্ৰলৈ) নিব।

যদি প্রযাস্যন্ নৃপ পারমেষ্ঠ্যং
বৈহায়সানামুত যদ্বিহারম্।
অষ্টাধিপত্যং গুণসন্নিবায়ে সহৈব
গচ্ছেন্মনসেন্দ্রিয়ৈশ্চ ॥ ২২ ॥
যোগেশ্বরাণাং গতিমাহুরন্ত-
র্বহিস্ত্রিলোক্যাঃ পবনান্তরাত্মনাম্।
ন কর্ম্মভিস্তাং গতিমাপ্নুবন্তি
বিদ্যাতপোযোগ সমাধিভাজাম্ ॥ ২৩ ॥

অনুবাদ।

তাত অৰ্দ্ধ মুহূৰ্ত্ত কাল মাত্ৰ প্ৰাণ বায়ুক ৰাখি, সমস্ত কামনা পৰিত্যাগ কৰিব আৰু দিব্য দৃষ্টিৰ প্ৰভাবে ব্ৰহ্ম ৰন্ধ্ৰ ভেদ কৰি স্বদেহৰ পৰা ব্ৰহ্ম পদত স্থিতি হবগৈ ॥ ২১ ॥ মহাৰাজ! যদি যোগীয়ে ব্ৰহ্মলোক, সিদ্ধলোক, অনিমা, লঘিমা, প্ৰাপ্তি, প্ৰাকাম্য, মহিমা, ঈশিতা, বশিতা আৰু কাম-বসায়িতা এই অষ্ট ঐশ্বৰ্য্যৰ অধিপতি, নতুবা মায়াময় ব্ৰহ্মাণ্ডত সমুদায় ভোগ ভুঞ্জিব ইচ্ছা কৰে, তেন্তে এই ৰূপে কেৱল দেহ মাত্ৰ ত্যাগ কৰি মন ইন্দ্ৰিয় আৰু বাসনাৰ সহিত নিৰ্ম্মিত সূক্ষ্ম শৰীৰৰ সৈতে সেই ব্ৰহ্মলোক আদিলৈ যাব ॥ ২২ ॥

সূক্ষ্ম শৰীৰ বাস সদৃশ ই নানা কৰ্ম্ম যোগৰ দ্বাৰা লাভ নহয় বিদ্যা তপস্যা আৰু সমাধিৰ দ্বাৰা লাভ হয়; এই লিঙ্গ শৰীৰ ধাৰী যোগেশ্বৰ সকলে ত্ৰিলোকৰ বাহিৰে ভিতৰে

বৈশ্বানরং যাতি বিহায়সা
গতঃ সুষুম্নয়া ব্রহ্মপদেন শোচিষা।
বিধূতকল্কোঽথ হরেরুদস্তাৎ
প্রযাতি চক্রং নৃপ শৈশুমারম্ ॥ ২৪ ॥
তদ্বিশ্বনাভিং ত্বতিবর্ত্ত্য বিষ্ণো-
রণীয়সা বিরজেনাত্মনৈকঃ।
নমস্কৃতং ব্রহ্মবিদামুপৈতি
কল্পায়ুষো যদ্বিবুধা রমন্তে ।২৫॥
অথো অনন্তস্য মুখানলেন
দন্দহ্যমানং স নিরীক্ষ্য বিশ্বম্।
নির্যাতি সিদ্ধেশ্বরজুষ্টধিষ্ণ্যং যদ্দ্বৈ-
পরার্দ্ধ্যং তদ্ধি পারমেষ্ঠ্যম্ ॥ ২৬ ॥

অনুবাদ

যাতায়াত কৰিব পাৰে ।২৩॥ প্ৰথমত যোগীয়ে আকাশ মাৰ্গত থকা ব্ৰহ্মলোক অভিমুখী জ্যোতিৰ্ম্ময়ী সুষুম্না নাড়ীৰে অগ্নি অভিমানী দেৱ লোকলৈ গমন কৰে। তাত তেওঁৰ সমস্ত পাপ ধ্বংস হয়। তাৰপৰা উপৰত থকা শিশুমাৰ চক্ৰলৈ গমন কৰে; এই শিশুমাৰ চক্ৰত (ধ্ৰুব লোকত) ভগবান হৰি সদা বিৰাজ কৰি আছে ।২৪॥ যোগীয়ে নিৰ্ম্মল অতি সূক্ষ্ম শৰীৰৰে বিষ্ণুচক্ৰ অতিক্ৰম কৰি সৰ্ব্বলোক বন্দনীয় কল্পান্ত জীৱি ভৃগু আদি ঋষি সকলে হৰি গুণানু কীৰ্ত্তন কৰি আনন্দ সুখত

ন যত্ৰ শোকো ন জৰা ন মৃত্যু-
নাৰ্ত্তিৰ্ন চোদ্বেগ ঋতে কুতশ্চিৎ।
যচ্চিত্ততোঽদঃ কৃপয়ানিদংবিদাং
দুৰন্ত দুঃখপ্ৰভবানুদৰ্শনাৎ ॥২৭॥
ততো বিশেষং প্ৰতিপদ্য নিৰ্ভয়
স্তেনাত্মনাপোঽনলমূৰ্ত্তিৰত্বৰন্।
জ্যোতিৰ্ম্ময়ো বায়ু মুপেত্য কালে
বাযাত্মনা খং বৃহদাত্মলিঙ্গম্ ॥২৮॥

অনুবাদ

মগ্ন হৈ থকা মহৰ্লোকলৈ গমন কৰে।২৫॥ প্ৰলয় কালত এই বিশ্ব ব্ৰহ্মাণ্ড অনন্ত মুখৰ অগ্নিৰ দ্বাৰা দগ্ধ হোৱা দেখি সেই মহৰ্লোকো দগ্ধ হব বুলি ভয়তে যোগী দ্বিপৰাৰ্দ্ধ কাল স্থায়ী নাৰদ আদি সিদ্ধ যোগীসকলৰ বাসস্থান, ব্ৰহ্মলোকলৈ গমন কৰে ॥২৬॥

ব্ৰহ্মলোকত শোক, মোহ, জৰা, মৃত্যু, ৰোগ বা মনৰ উদ্বেগ আদি দুখ নাই; কেৱল ভক্তি হীন সংসাৰীলোকৰ দুৰন্ত দুখৰ প্ৰভাব দেখি চিত্ত কিঞ্চিত দুখিত হয় ॥২৭॥ গতিকে তাৰপৰা যোগী ব্ৰহ্মাণ্ড ভেদ কৰি বিষ্ণুপদত স্থিতি হোৱে গৈ—যথা প্ৰথমে পৃথিবী মূৰ্ত্তি ধাৰণ কৰি পৃথিৱীক, জল-মূৰ্ত্তি ধাৰণ কৰি জলক, অগ্নি-মূৰ্ত্তি ধাৰণ কৰি জ্যোতিক, বায়ু-মূৰ্ত্তি ধাৰণ কৰি বায়ুক, আকাশ মূৰ্ত্তি ধাৰণ কৰি,

নাঘ্রেণ গন্ধং ৰসনেন বৈ ৰসং
ৰূপঞ্চ দৃষ্ট্যা শ্বসনং ত্বচৈব।
শ্ৰোত্ৰেণ চোপেত্য নভো গুণত্বং
প্ৰাণেন চাকূতি-মুপৈতি যোগী ॥২৯॥
স ভূতসূক্ষ্মেন্দ্ৰিয়সন্নিকৰ্ষং
মনোময়ং দেবময়ং বিকাৰ্য্যম্।
সংসাদ্য গত্যা সহ তেন যাতি
বিজ্ঞানতত্ত্বং গুণসন্নিৰোধম্ ॥৩০॥
তেনাত্মনাত্মানমুপৈতি শান্ত
মানন্দমানন্দ ময়োঽৱসানে।
এতাং গতিং ভাগবতাং গতো যঃ
সবৈ পুনৰ্নেহ-বিসজ্জতেঽঙ্গ ॥৩১॥

অনুবাদ

আকাশক অতিক্ৰম কৰে॥২৮॥ এই সময়ত নাসিকাৰে গন্ধ, জিহ্বাৰে ৰস, চক্ষুৰে ৰূপ, চৰ্ম্মৰে বায়ু, কৰ্ণেৰে শব্দ, প্ৰাণ বায়ুৰে মনোভাব অতিক্ৰম কৰে।২৯॥ অহঙ্কাৰ সাত্বিক, ৰাজসিক আৰু তামসিকভেদে তিনি প্ৰকাৰ। সাত্বিক অহঙ্কাৰৰ পৰা মন আৰু ইন্দ্ৰিয়ৰ অধিষ্ঠাতৃ দেৱতা, ৰাজসিক অহঙ্কাৰৰ পৰা দশ ইন্দ্ৰিয়, আৰু তামসিক অহঙ্কাৰৰ পৰা সূক্ষ্ম পঞ্চ ভুত উৎপন্ন হয়। যোগীয়ে এই ত্ৰিগুণময়ী অহঙ্কাৰ অতিক্ৰম কৰি মহতত্ত্বত আৰু তাৰ পৰা প্ৰকৃতিত প্ৰবেশ কৰে গৈ। এই প্ৰকৃতি তত্ত্বত ত্ৰিগুণ লীন হয়॥৩০॥

এতে সৃতী তে নৃপ বেদ গীতে
ত্বয়াভিপৃষ্টে চ সনাতনে চ ।
যে বৈ পুৰা ব্ৰহ্মণ আহ তুষ্ট
আৰাধিতো ভগবান্‌বাসুদেবঃ ॥৩২॥
নহ্যতোঽন্যঃ শিবঃ পন্থা বিশতঃ সংসৃতাবিহ ।
বাসুদেবে ভগবতি ভক্তিযোগো যতো ভবেৎ ॥৩৩॥

শ্ৰীশাঙ্কৰি ঃ—

সংসাৰ তৰণ পথ আছে অসংখ্যাত ।
অনেক বিঘিনি তাতো দুষ্কৰ সাক্ষাত ॥
শ্ৰৱণ কীৰ্ত্তন কৰি কৃষ্ণক আৰাধে ।
মহাসুখ পথ একো বিঘিনি নবাধে ॥৩৩॥

অনুবাদ

এই প্ৰকৃতি তত্ত্বত স্থিত অবস্থাৰ পাচত সমস্ত উপাধিৰ পৰা মুক্তহৈ যোগী আনন্দময় হয় আৰু আনন্দময় ৰূপে পৰম ব্ৰহ্মক লাভ কৰে। যি পুৰুষে এই নিয়মে ব্ৰহ্মপদ লাভ কৰে, তেওঁৰ পুনৰ সংসাৰলৈ পতন নাই। তেওঁ শেষত শান্ত আনন্দ আদিপুৰুষ পৰম ব্ৰহ্ম জ্যোতিত লীন হয় ॥৩১। মহাৰাজ! আপুনি "আসন্ন মৃত্যুৰলোকে কি কৰা উচিত"—এই কথা যে সুধিছিল, তাৰ উত্তৰত সদ্য মুক্তি আৰুক্ৰম মুক্তি এই ব্ৰহ্ম

ভগবান্ ব্ৰহ্ম কাৎ'স্নেন ত্ৰিৰন্বীক্ষ্যমনীষয়া।
তদধ্যবস্যৎ কূটস্থো ৰতিৰাত্মন্ যতো ভবেৎ ॥৩৪॥

শ্ৰীশাঙ্কৰি

পূৰ্ব্বত ব্ৰহ্মায়ে একচিত্তে তিনিবাৰ।
বেদত বিচাৰি এহিমাত্ৰ পাইলা সাৰ॥
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ সুগম ভকতি।
অল্পতে উপজে গোবিন্দত প্ৰেম ৰতি ॥৩৪॥

অনুবাদ।

প্ৰাপ্তিৰ পথ দুটি সনাতন বেদত আছে? সৃষ্টিৰ আদিত ব্ৰহ্মাৰ তপস্যাত সন্তুষ্টহৈ ভগবানে ব্ৰহ্মাক কৈছিল; মই আপোনাত কলো ॥৩২॥ মহাৰাজ! এই পথ দুটি অতি দুৰ্গম; পতিকে নানা প্ৰকাৰ বিঘিনিৰ সম্ভাবনা। সংসাৰী-লোকৰ পক্ষে অতিশয় কঠিন, ইয়াত ব্যাঘাত হবই হব। কিন্তু সকলোৱে পালন কৰিব পৰা এটি সুগম পথো বেদত আছে; যি পথ আশ্ৰয় কৰিলে ভগবান বাসুদেবত প্ৰেম ভক্তি উপজে। তাৰ নাম শ্ৰৱণ কীৰ্ত্তন ভক্তি অতি সুগম। ইয়াত বাহিৰে অন্য সুগম পথ নাই ॥৩৩॥ ব্ৰহ্মাই একাগ্ৰ চিত্তে চাৰিও বেদক তিনিবাৰ বিচাৰ কৰি, এই ভক্তি পথক সুগম বুলি নিশ্চয় কৰিছে। এই ভক্তিৰ দ্বাৰা অতি শীঘ্ৰে পৰমাত্মা হৰিত প্ৰেম ভক্তি উপজে ॥৩৪॥

ভগবান সৰ্ব্বভূতেষু লক্ষিতঃ স্বাত্মনা হৰিঃ
দৃশ্যৈৰ্বুদ্ধ্যাদিভিৰ্দ্ৰষ্টা লক্ষণৈৰনুমাপকৈঃ ॥৩৫॥
তস্মাৎ সৰ্ব্বাত্মনা ৰাজন্ হৰিঃ সৰ্ব্বত্ৰ সৰ্ব্বদা
শ্ৰোতব্যঃ কীৰ্ত্তিতব্যশ্চ স্মৰ্ত্তব্যো ভগবান্নৃণাম্ ॥৩৬॥
পিবন্তি যে ভগবত আত্মনঃ
সতাং কথামৃতং শ্ৰৱণ পুটেষু সম্ভৃতম্ ।
পুনন্তি তে বিষয়বিদূষিতাশয়ং
ব্ৰজন্তি তচ্চৰণসৰোৰুহান্তিকম্ ॥৩৭॥

ইতি শ্ৰীমদ্ভাগৱতে মহাপুৰাণে পাৰমহংস্যাং সংহিতায়াং
বৈয়াসিক্যাং দ্বিতীয়স্কন্ধে মহাপুৰুষসংস্থানুবৰ্ণনং
নাম দ্বিতীয়োঽধ্যায়ঃ । ॥

অন্বয়ঃ

ভগবান্ হৰিঃ স্বাত্মনা সৰ্ব্বভূতেষু লক্ষিত দৃশ্যৈঃ বুদ্ধ্যাদিভিঃ অনুমাপকৈঃ লক্ষণৈঃ দ্ৰষ্টা লক্ষিতঃ ।৩৫। যে ( লোকাঃ ) শ্ৰৱণ পুটেষু ( কৰ্ণাঞ্জলিষু ) সতাং সম্ভৃতং আত্মনা ভগৱতঃ কথামৃতং পিবন্তি তে বিষয়বিদূষিত আশয়ং পুনন্তি তৎ চৰণ সৰোৰুহান্তিকং ব্ৰজন্তি । ৩৭ ॥

শ্ৰীশাঙ্কৰি ।

হেনজানি মহাযত্নে কৃষ্ণক সৰ্ব্বথা,
শ্ৰৱণ কীৰ্ত্তন কৰা তেজি আন কথা ॥
শুদ্ধ হুইব এতেকে তেজিবে মায়া জালে,
কৃষ্ণৰ পৰম পদ পাইব অল্পকালে ॥

দুই অধ্যায়ৰ কথা গৈল এহি মানে,
শুকমুনি কহন্ত ৰাজাৰ বিদ্যমানে ॥৩৫।৩৬।৩৭॥

**অনুবাদ।**

মহাৰাজ! ভগবান হৰি সমস্ত ভূতত পৰামাত্মা ৰূপে প্ৰকাশ কৰি আছে; এইটো তেওঁৰ স্বৰূপ লক্ষণ। ইয়াক ইতস্থ লক্ষণৰ দ্বাৰা অনুমান কৰিলে সহজে বুজিব পাৰি; অৰ্থাৎ জীৱৰ দেহ, বুদ্ধি, মন প্ৰভৃতি চকুৰ গোচৰ বস্তু বিলাক দেখি অনুমান হয় যে ইবিলাকক সৃষ্টিকৰ্ত্তা, পালন কৰোঁতা আৰু সংহাৰ কৰোঁতা এজন আছে—তেওঁৱে ভগবান হৰি। তেওঁক শ্ৰৱণ, কীৰ্ত্তন ভক্তিৰে আৰাধনা কৰিলে স্বহৃদয়তেই বিদিত হয়, কাৰণ তেওঁ সৰ্ব্ব ব্যাপক।৩৫॥ এতেকে মহাৰাজ! সকলো লোকে দেশ, কাল, পাত্ৰ আদি বিচাৰ নকৰি, জ্ঞান আৰু কৰ্ম্মক বিসৰ্জ্জনদি কাঁয়, মনো বাক্যে ভগবান হৰিৰ চৰিত্ৰ শ্ৰৱণ কৰক; কীৰ্ত্তন কৰক; স্মৰণ কৰক; আৰু অনুমোদন কৰক; ॥৩৬॥ যি সকলে সমস্তৰে পৰমাত্মা ভগবানৰ অতি সুমধুৰ কথামৃত একান্ত মনে শ্ৰৱণ কৰে, তেওঁলোকৰ বিষয় বিবৰদ্বাৰা অতিশয় দূষিত মনৰ আশয় পবিত্ৰ হয় আৰু শ্ৰীকৃষ্ণৰ পাদ-পদ্ম লাভ হয়? ॥৩৭॥

**মহাযোগী ব্যাসদেৱৰ প্ৰণীত শ্ৰীমদ্ভাগৱত মহাপুৰাণ সংহিতাৰ অন্তৰ্গত দ্বিতীয় স্কন্ধৰ মহাপুৰুষৰ স্বৰূপ বৰ্ণন নামক দ্বিতীয় অধ্যা সমাপ্ত ॥২॥**

# তৃতীয়োঽধ্যায়ঃ ।

শ্ৰীশুক উবাচ—

এবমেতন্নিগদিতং পৃষ্টবান্ যদ্ভবান্মম ।
নৃণাং যন্ম্ৰিয়মাণানাং মনুষ্যেষু মনীষিণাম্ ॥১॥
ব্ৰহ্মবৰ্চ্চসকামস্তু যজেত ব্ৰহ্মণঃ পতিম্ ।
ইন্দ্ৰমিন্দ্ৰিয় কামস্তু প্ৰজাকামঃ প্ৰজাপতীন্ ॥২॥
দেবীং মায়ান্তু শ্ৰীকামস্তেজস্কামো বিভাবসুম ।
বসুকামো বসূন্ রুদ্ৰান্ বীৰ্য্যকামোঽথ বীৰ্য্যবান্ ॥৩॥

অনুবাদ ।

শুকদেৱে কলে—মহাৰাজ ! জ্ঞানবান লোকসকলৰ মুমূৰ্ষ সময়ৰ কৰ্ত্তব্য সম্বন্ধে আপুনি মোৰ আগত যি কথা সুধিছিল, সেই সমস্ত আনুপূৰ্ব্বিক বৰ্ণনা কৰিলোঁ। ॥ ১ ॥ [মনুষ্য সকলৰ মধ্যত যি বিলাক মন্দমতি, সিহঁতে ভোগ ঐশ্বৰ্য্য আদিত আসক্ত হৈ, কিকি বিষয়ে কোন কোন দেৱতাক অৰ্চ্চনা কৰে, তাক বৰ্ণনা কৰো, আপুনি শ্ৰবণ কৰক]। ব্ৰহ্ম তেজক কামনা কৰা লোকে ব্ৰহ্মাক, ইন্দ্ৰিয়ৰ পটুত্বক ইচ্ছা কৰা লোকে মহেন্দ্ৰক, আৰু প্ৰজা বৃদ্ধি কামনা কৰা লোকে দক্ষ আদি প্ৰজা পতিক আৰাধনা কৰে ॥ ২ ॥ শ্ৰীকামীয়ে দুৰ্গাক তেজস্বী হবলৈ অগ্নিক ; ধনাৰ্থীয়ে বসুসকলক, আৰু বীৰ্য্যকামীয়ে

অন্নাদ্যকামস্ত্বদিতিং স্বৰ্গকামোঽদিতেঃ সুতান্।
বিশ্বান্দেবান্ ৰাজ্যকামঃ
সাধ্যান্ সংসাধকোবিশাম্ ॥৪॥
আয়ুষ্কামোঽশ্বিনৌ দেবৌ পুষ্টিকাম ইলাং যজেৎ।
প্ৰতিষ্ঠাকামঃ পুৰুষো ৰোদসী লোক মাতৰৌ ॥৫॥
ৰূপাভিকামো গন্ধৰ্ব্বান্ স্ত্ৰী কামোঽপ্সৰ উৰ্ব্বশীম্
আধিপত্যকামঃ সৰ্ব্বেষাং যজেত পৰমেষ্ঠিনম্ ॥ ৬ ॥
যজ্ঞং যজেদ্ যশস্কামঃ কোষকামঃপ্ৰচেতসম্।
বিদ্যাকামস্তু গিৰিশং দাম্পত্যাৰ্থ উমাং সতাম্ ॥ ৭ ॥

অনুবাদ।

স্বকীয় অঙ্গ-প্ৰত্যঙ্গাদি আহুতি দিও বলবান ৰুদ্ৰ সকলক অৰ্চ্চনা কৰে ॥ ৩ ॥ সুভোজনৰ প্ৰাৰ্থীসকলে অদিতীক, স্বৰ্গৰ অভিলাষীয়ে অদিতি নন্দন দ্বাদশ আদিত্যক; ৰাজ্যপ্ৰাৰ্থীয়ে বিশ্ব দেৱতাক আৰু কৃষি আদি বাণিজ্যৰ উন্নতি, আৰু প্ৰজাসকলৰ হিতৰ কামনাই সাধ্যসকলক অৰ্চ্চনা কৰে ॥ ৪ ॥

দীৰ্ঘ আয়ুৰ অৰ্থে অশ্বিনীকুমাৰক, দেহ হৃষ্ট পুষ্টৰ অৰ্থে পৃথিবীক, আৰু সুখ্যাতিৰ অভিলাষীয়ে পিতৃস্বৰূপ আকাশ আৰু মাতৃ স্বৰূপ ধৰণীক পূজা কৰে ॥ ৫ ॥ শৰীৰৰ আকৃতি মনোহৰ হবলৈ গন্ধৰ্ব্ব গনক, ৰূপবতী ভাৰ্য্যাৰ কামনাই উৰ্ব্বশী অপেস্বৰাক, সকলোৰে অধিপতি হবৰ মনেৰে ব্ৰহ্মাক পূজাকৰে ॥ ৬ ॥ যশস্যাৰ অৰ্থে যজ্ঞ-পতি বিষ্ণুক, ধন

ধৰ্ম্মাৰ্থ উত্তমশ্লোকং তন্তুং তন্বন্ পিতৃন্ যজেৎ।
ৰক্ষাকামঃ পুণ্যজনানোজস্কামো মৰুদ্‌গণান্॥ ৮ ॥
ৰাজ্যকামো মনূন্ দেবান্ নিঋ‌ৰ্তিং ত্বভিচৰন্ যজেৎ
কামকামো যজেৎ সোমমকামঃ পুৰুষং পৰম্॥ ৯ ।
অকামঃ সৰ্ব্বকামো বা মোক্ষকাম উদাৰ ধীঃ
তীব্ৰেন ভক্তিযোগেন যজেত পুৰুষং পৰম্॥ ১০ ॥

**অন্বয় ঃ—**

পৰং পুৰুষং (শ্ৰীকৃষ্ণং)। ৯। অকামঃ (একান্ত ভক্তঃ)।১০।

**অনুবাদ ঃ—**

ভৰাল পুৰাবৰ অৰ্থে প্ৰচেতাক (বৰুণক), বিদ্যাৰ অৰ্থে মহাদেৱক, স্ত্ৰী-পুৰুষৰ প্ৰণয়ৰ কাৰণে পতিব্ৰতা উমাদেৱীক পূজা কৰে॥ ৭॥ ধৰ্ম্মৰ কাৰণে উত্তমশ্লোক শ্ৰীকৃষ্ণক, পুত্ৰ বৃদ্ধিৰ কাৰণে অগ্নিষাত্তা, বৰ্হিষদ, সুভাষৰা, আজ্যপা, উপহূত, কব্যাদা আৰু সুকালিন এই সাত পিতৃ গন দেৱতাক, আপদ নিবাৰণৰ অৰ্থে যক্ষ আৰু ৰাক্ষসক, তেজ আৰু বল বৃদ্ধিৰ কাৰণে মৰুত (বায়ু) গনক পূজা কৰে॥ ৮॥

ৰাজ্যৰ কামনায় চতুৰ্দ্দশ মনুক, শত্ৰু নাশৰ কামনায় নিঋতিক, কামশক্তি বৃদ্ধিৰ অৰ্থে চন্দ্ৰক আৰু বিষয়ত বৈৰাগ্যৰ কামনায় কৃষ্ণক উপাসনা কৰে।৯। কিন্তু মহাৰাজ! জ্ঞানী পুৰুষে সেই কামনা বিলাক থাকক বা নাথাকক, নতুবা কেৱল মুক্তিৰ কামনায় থাকক; একান্ত ভক্তিৰে পৰম পুৰুষ শ্ৰীকৃষ্ণক

**এতাবানেব যজতামিহ নিঃশ্রেয়সোদয়ঃ**
**ভগবত্যচলো ভাবো যদ্ভাগবতসঙ্গতঃ ॥ ১১ ॥**
**জ্ঞানং যদা প্রতিনিবৃত্ত গুনোর্ম্মিচক্র**
**মাত্মপ্রসাদ উত যত্র গুনেষ্বসঙ্গঃ**
**কৈবল্যসম্মতপথস্ত্বথ ভক্তিযোগঃ**
**কো নির্বৃতো হৰিকথাসু ৰতিংনকুর্য্যাৎ ॥ ১২ ॥**

অন্বয়ঃ

যজতাং ( জনানাং ) । ১১ । আপ্রতিনিবৃত্তচক্রং ( সর্ব্বতো-নিবৃত্তৰাগং ) । ১২ ।।

শ্রীশাঙ্কৰি :

জ্ঞানী মানুষ্যৰ এহিমানে প্রয়োজন।
কৰিব কৃষ্ণৰমাত্র শ্রৱণ কীর্ত্তন ।।
এহি মানে মাত্র পুৰুষার্থ পুৰুষৰ।
আন কর্ম্ম সবে ব্যৰ্থ হৰি বিমুখৰ ।।৯।১১।
শুনন্তে উপজে জ্ঞান শুদ্ধ হোৱে মতি ।
ইহ পৰ লোকৰ সুখত বিৰকতি ।।
মোক্ষতো অধিক মিলে স প্রেম ভকতি।
হেন হৰি কথাত নকৰে কোনে ৰতি ।।১২।

**অনুবাদ।**

ভজনা কৰি থাকে ? ১০। সেই কামনাশীল উপাসক সকলৰ নানা উপদেৱতাক ভজনা কৰোঁতে জন্ম বিফলে যায় ; যদি

শ্ৰীশৌনক উৱাচ—

ইত্যভিব্যাহৃতং ৰাজা নিশম্য ভৰতৰ্ষভঃ।
কিমন্যৎ পৃষ্টবান্ ভূয়ো বৈয়াসকিমৃষিং কবিম্ ॥ ১৩ ॥
এতচ্ছুশ্ৰূষতাং বিদ্বন্ সূত নোঽৰ্হসি ভাষিতুম্।
কথা হৰিকথোদৰ্কাঃ সতাং স্যুঃ সদসি ধ্ৰুৱম্ ॥ ১৪ ॥
স বৈ ভাগৱতো ৰাজা পাণ্ডৱেয়ো মহাৰথঃ।
বালঃ ক্ৰীড়নকৈঃ ক্ৰীড়ন্ কৃষ্ণক্ৰীড়াং য আদদে ॥১৫॥

অনুবাদ ঃ—

ভগৱানৰ ভক্তৰ সঙ্গলৈ ই ভগৱানত ভক্তি কৰে আৰু ভগৱানত অচলা ভক্তি জন্মে তেন্তে সৰ্ব্ব পুৰুষাৰ্থ সিদ্ধি হয়; অৰ্থাৎ প্ৰথমে যি কামনা কৰে সিলাভ হয় পাচত মুক্তি আদি আনন্দ সুখো লাভ হয় ॥১১। যাৰ কথা শ্ৰৱণ কৰিলে জ্ঞান উদয় হয়, সমস্ত কামনা দূৰ হয়, চিত্ত নিৰ্ম্মল হয়, নিৰ্ম্মল চিত্তত পৰামাত্মা বিদিত হয় আৰু সেই পৰমাত্মাত একান্ত ভক্তি জন্মে; মহাৰাজ! সকামী হওক বা নিষ্কামী হওক সেই পৰমাত্মা শ্ৰীকৃষ্ণৰ চৰণত এবাৰ শৰণ ললে পনৰ আৰ পৰিহাৰ কৰিব নোৱাৰে? কাৰণ, চৰণত দিনে দিনে ৰতি বাঢ়ি যায়।.১২॥

শৌনকে সূতক সুধিলে। ভৰত কুলৰ শিৰোমণি মহাৰাজ পৰীক্ষিতে, এই বিলাক কথা শুনি, সৰ্ব্ববেদ বিশাৰদ মহামুনি ব্যাসৰ পুত্ৰ শুকদেৱক পুনৰাই আৰু কি কি কথা সুধিছিল?

বৈয়াসকিশ্চ ভগবান্ বাসুদেবপৰায়ণঃ ।
উৰুগায়গুণোদাৰাঃ সতাং স্যুৰ্হি সমাগমে ॥ ১৬ ॥
আয়ুৰ্হৰতি বৈ পুংসামুদ্যন্নস্তঞ্চ যন্নসৌ ।
তস্যৰ্ত্তে যৎক্ষণো নীত উত্তমঃ শ্লোক বাৰ্ত্তয়া ॥ ১৭ ॥
তৰবঃ কিং ন জীবন্তি ভস্ত্ৰাঃ কিং ন শ্বসন্ত্যত ।
ন খাদন্তি ন মেহন্তি কিং গ্ৰামে পশবোঽপৰে ॥ ১৮ ॥
শ্ববিড্ বৰাহ-উষ্ট্ৰ খৰৈঃ সংস্তুতঃ পুৰুষঃ পশুঃ ।
ন যৎ কৰ্ণপথোপেতো জাতু নাম গদাগ্ৰজঃ ॥ ১৯ ॥

অনুবাদ ঃ -

॥১৩। হে জ্ঞানী! তাক শুনিবলৈ আমাৰ একান্ত মন হৈছে, গতিকে হে সূত! আপুনি বৰ্ণনা কৰক? যিহেতু সাধুৰ সমাজত হৰি কথা কথোপকথন হোৱাই উচিত? ।১৪। সেই মহাৰথী ভগৱানৰ ভক্ত অভিমন্যুৰ নন্দন মহাৰাজ পৰীক্ষিতে মাতৃৰ গৰ্ভত শ্ৰীকৃষ্ণৰ মধুৰ মূৰ্ত্তি দেখিছিল, আৰু বাল্য কালতো আন ধেমালী পৰিহাৰ কৰি, কেৱল শ্ৰীকৃষ্ণৰ পূজা বিষয়ক ধেমালীহে কৰিছিল? অৰ্থাৎ পৰীক্ষিত জন্মাবধি ভগবানৰ ভক্ত ।।১৫।

আৰু মহাযোগী শুকদেৱো বাসুদেৱৰ পৰম ভক্ত। এই বিশিষ্ট বৈষ্ণৱ দুজনৰ কথোপকথনত নিশ্চয় শ্ৰীকৃষ্ণৰ নিৰ্ম্মল লীলা কথা বিদিত হৈছিল? এই হেতু তেওঁলোকৰ কথোপ

বিলে বতোৰুক্ৰমবিক্ৰমান্ যে ন শৃণ্বতঃ কৰ্ণপুটে নৰস্য।
জিহ্বাসতী দাৰ্দ্দুৰিকেব সূত ন
চোপগায়ত্যুৰুগায়গাথাঃ ॥ ২০ ॥
ভাৰঃ পৰং পট্টকিৰীটজুষ্টমপ্যুত্তমাঙ্গং ন নমেন্মুকুন্দম্।
শাবৌ কৰৌ ন কুৰুতঃ সপৰ্য্যাং
হৰেল্লসৎ কাঞ্চনকঙ্কনৌ বা ॥ ২১ ॥

অনুবাদ

কথন শুনিবলৈ আমাৰ একান্ত শ্ৰদ্ধা জন্মিছে ; আপুনি বৰ্ণনা কৰক। সূৰ্য্যৰ উদয় আৰু অস্তত মনুষ্যৰ আয়ু প্ৰতিদিন বিফলে হৰণ হয় ; কেৱল ভগৱানৰ কথা যিমান সময় শ্ৰবণ কীৰ্ত্তন কৰে, সেই সময় খিনি মাত্ৰ সাৰ্থক, জীৱন থাকিলে যে আয়ুৰ সাৰ্থক, এনে নহয় ? যিহেতু গছেও জীয়াই থাকে, ভাতীয়েও শ্বাস-প্ৰশ্বাস কৰে, বান্দৰ আদি পশুৱেও আহাৰ-বিহাৰ অৰু মৈথুন আদি কাৰ্য্য কৰে ? যি মানুহে "শ্ৰীকৃষ্ণ" নামটিও নুশুনে, সি কুকুৰ, গাহৰি, উট আৰু গাধৰ সদৃশ ।১৬ ১৯।।

যাৰ কৰ্ণত হৰি গুণ প্ৰৱেশ নকৰে, তাৰ কৰ্ণ অপবিত্ৰ গৰ্ত্ত অদৃশ ? বিপুল কীৰ্ত্তি ভগৱানৰ নামগুণ কীৰ্ত্তন নকৰিলে জিহ্বাও বেঙৰ জিহ্বা সদৃশ ।২০। যদি মুকুন্দৰ পাদপদ্মত সেৱা নকৰে, তেন্তে ৰাজ মুকুটেৰে শোভিত মস্তকো মহা ভাৰ, আৰু শ্ৰীহৰিৰ পৰিচৰ্য্যা নকৰিলে, সুৱৰ্ণৰ কঙ্কণেৰে শোভিত বাহু

বর্হায়িতে তে নয়নে নৰাণাং
লিঙ্গানি বিষ্ণোর্ন নিৰীক্ষতো যে।
পাদৌ নৃণাং তৌ দ্ৰুমজন্মভাজৌ
ক্ষেত্ৰাণি নানুব্ৰজতো হৰের্যৌ ॥ ২২ ॥
জীবঞ্ছবো ভাগবতাঙ্ঘ্রিৰেণূন্
নজাতু মৰ্ত্ত্যোঽভিলভেত যস্তু।
শ্ৰীবিষ্ণুপদ্যা মনুজস্তুলস্যাঃ
শ্বসঞ্ছবো যস্তু ন বেদগন্ধং ॥ ২৩ ॥
তদশ্মসাৰং হৃদয়ং বতেদং যদ্গৃহ্যমানৈৰ্হৰিনামধেয়ৈঃ ॥
ন বিক্ৰিয়েতাথ যদা বিকাৰো
নেত্ৰেজলং গাত্ৰৰুহেষু হৰ্ষঃ ॥ ২৪ ॥

শ্ৰীশাঙ্কৰি

"ভকতৰ পদৰেণু নালয়ে যি জন।
জীৱন্তে শৱ সিটো মৃতক লক্ষণ ॥
কৃষ্ণ পাদ তুলসীৰ নলৈলেক ঘ্ৰাণ।
কাঢ়ন্তে নিশ্বাস সিটো মৃতক সমান ॥ ২৩ ॥

অনুবাদঃ—

দুখানো শৰৰ বাহু সম। যদি চকুৰে ভগবানৰ মূৰ্ত্তি নেদেখে, তেন্তে চকু ময়ুৰ পুচ্ছ অদৃশ, আৰু হৰি মন্দিৰ আদি পূণ্য ভূমিলৈ নগলে ভৰিও গছৰ শিপা সদৃশ।২১ ২৩।

যি জনে ভক্তৰ পদৰেণু মূৰত নলয়, সি জীৱিততে শৱৰ সদৃশ অপবিত্ৰ, আৰু বিষ্ণুৰ পাদ পদ্মত অৰ্পিত তুলসীৰ ঘ্ৰাণ

অথাভিধেহ্যঙ্গ মনোঽনুকূলং প্ৰভাষসে ভাগবত প্ৰধানঃ
যদাহ বৈয়াসকিৰাত্মবিদ্যা-
বিশাৰদো নৃপতিং সাধুপৃষ্টঃ ॥২৫॥

ইতি দ্বিতীয়ে তৃতীয়োঽধ্যায়ঃ। ৩।

শ্ৰীশাঙ্কৰি।

হৰি হৰি বোলন্তে নুহিকে ৰোমাঞ্চিত।
বজ্ৰ শিলা সদৃশ জানিবা তাৰ চিত্ত ॥ ২৪ ॥
হেন জানি সূত পুৰিওক অভিমত।
যি কথা কহিলা শুকে ৰজাৰ আগত ॥
কহিওক সমস্তে শুনোহো সাবধানে।
তৃতীয় অধ্যাৰ কথা গৈলা এহিমানে ॥ ২৫ ॥

অনুবাদ

নকালে, নাসিকাত শ্বাস প্ৰশ্বাস থাকিলেও মৃতক সদৃশ ॥ ২৩ ॥ হৰিৰ নাম কীৰ্ত্তনত যি জনৰ চিত্ত দ্ৰব নহয়, শৰীৰ ৰোমাঞ্চিত নহয়, আৰু চকুৰ লোতক বাহিৰ নহয় সি জনৰ হৃদয় বজ্ৰৰ সদৃশ। অৰ্থাৎ হৰি ভক্তিহীন মনুষ্যৰ জীৱন বৃথা ॥ ২৪ ॥

হে সূত! আপুনি আমাৰ পৰম উপকাৰী, যিহেতু কৃষ্ণৰ চৰিত্ৰ কীৰ্ত্তন কৰি, আমাৰ মনৰ বাঞ্ছা পূৰ্ণ কৰিব ধৰিছে। সম্প্ৰতি ব্ৰহ্মবিদ্যাত বিশাৰদ ভগৱানৰ একান্ত ভক্ত শুকদেৱক, মহাৰাজ পৰীক্ষিতে কি কথা সুধিছিল, আৰু শুকদেৱইবা ভগৱানৰ চৰিত্ৰ কি কি কীৰ্ত্তন কৰিছিল? সেই কথা বৰ্ণনা কৰি আমাক কৃতাৰ্থ কৰক ॥ ২৫ ॥

দ্বিতীয় স্কন্ধৰ তৃতীয় আধ্যা সমাপ্ত ॥ ৩ ॥

---

# চতুৰ্থোঽধ্যায়।

সূত উবাচ—

বৈয়াসকেৰিতি বচস্তত্ত্বনিশ্চয়মাত্মনঃ
উপধাৰ্য্য মতিং কৃষ্ণে ঔত্তৰেয়ঃ সতীং ব্যধাৎ ॥ ১ ॥

অন্বয়।

সূত উবাচ! ঔত্তৰেয়ঃ (উত্তৰানন্দনঃ) বৈয়াসকেঃ (শুকস্য) আত্মনঃ (জীৱস্য) নিশ্চয়ং ইতি বচঃ উপধাৰ্য্য (নিশম্য) কৃষ্ণে সতীং (শুদ্ধাং) মতিং ব্যধাৎ (সমৰ্পয়ামাস) ॥ ১ ॥

শ্ৰীশাঙ্কৰি।

ঋষি শৌনকৰ, প্ৰশ্ন মনোহৰ, শুনি সূতে কৈবে লৈলা।
শুনা মুনিগণ, হুৱা একমন, তাতপাচে যেন ভৈলা ॥

অনুবাদ।

সূতে কলে। হে শৌনক! পৰীক্ষিতে উত্তৰাৰ গৰ্ভত শ্ৰীকৃষ্ণৰ মনোহৰ শ্যামমূৰ্ত্তি দেখিবৰ পৰায় শ্ৰীকৃষ্ণক স্মৰণ কৰি আছিল? সম্প্ৰতি শুকদেৱৰ শ্ৰীকৃষ্ণৰ মহিমা প্ৰকাশক বাক্য বিলাক শুনি অতি আনন্দ লভিলে আৰু অতি সুদৃঢ় বিশ্বাসে শ্ৰীকৃষ্ণৰ পাদ পদ্মত সেই নিৰ্ম্মল মন সমৰ্পণ কৰিলে। ১।

আত্মজায়া সুতাগাৰপশুদ্ৰৱিণবন্ধুষু
ৰাজ্যে চাবিকলে নিত্যং নিৰূঢ়াং মমতাং জহৌ ॥ ২ ॥
পপ্ৰচ্ছ চেমমেবাৰ্থং যন্মাং পৃচ্ছথ সত্তমাঃ
কৃষ্ণানুভাৱশ্ৰৱণে শ্ৰদ্দধানো মহামনাঃ ॥ ৩ ॥

অন্বয়ঃ—

মমতাং ( আসক্তিং ) জহৌ ( ত্যক্তবান্ ) ॥ ২ ॥

শ্ৰীশাঙ্কৰি

শুক দেৱতাৰ, বাক্য সাৰোদ্ধাৰ, শুনি ৰাজা পৰীক্ষিত ।
কৃষ্ণৰ চৰণে একান্তে যতনে, নিষ্কামে ধৰিলা চিত্ত ॥
ভাৰ্যা পুত্ৰধন, শৰীৰ সজ্জন, ৰাজ্য আদি আনো যত ।
সবাতো মমত, এৰিয়া শুকত, পুছিলা ঈশ্বৰ তত্ত্ব ॥ ১॥২ ॥

অনুবাদ

তেওঁ স্বদেহ, ভাৰ্যা, পুত্ৰ গৃহ, হস্তী, সুৱৰ্ণ আন কি; শত্ৰু ভক্তিৰসামৃত।

শৌনকৰ প্ৰশ্ন—"শুকদেৱে শ্ৰীকৃষ্ণৰ কথা শ্ৰৱণ, কীৰ্ত্তন আৰু স্মৰণ কৰিবলৈ উপদেশ দিয়াত মহাৰাজ পৰীক্ষিতে কি জ্ঞান লাভ কৰিলে আৰু শ্ৰৱণ আদি সম্বন্ধে শুকদেৱক কি কি কথা শুধিলে।" তাৰ উত্তৰত সুতে কলে—সেই উপদেশ শুনি তেওঁ নিশ্চয় কৰিলে যে ;—"মোৰ ইষ্টদেৱ দেৱ দেৱকী তনয়, শ্ৰীকৃষ্ণ বিনে সেব্য আন নাহি কয়।" তেওঁ শৃঙ্গীমুনিৰ অভিশাপ শুনিয়ে ৰাজ্য আদিৰ মমতা ত্যাগ কৰিছিল ॥ ১।২ ॥

সংস্থাং বিজ্ঞায় সংন্যস্য কর্ম্মত্রৈবর্গিকঞ্চ যৎ
বাসুদেবে ভগবতি আত্মভাবং দৃঢ়ং গতঃ ॥ ৪ ॥

অন্বয়ঃ।

কৃষ্ণানুভাবশ্রবণে শ্রদ্দধানঃ ( শ্রদ্ধাযুক্তঃ ) মহামনাঃ ( সঃ ) চ ইমং ( বক্ষমাণং ) এবার্থং ( হরিলীলা লক্ষণং ) পপ্রচ্ছ যৎ সত্তমাঃ মাং পৃচ্ছথ ॥ ৩ ॥

সংস্থাং বিজ্ঞায় ( মৃত্যুং মৃত্যুবিষয়ক জ্ঞানং বিজ্ঞায় ইত্যর্থঃ ) ত্রৈবর্গিকং ( ধর্ম্মার্থকামসাধকং ) যৎ চ কর্ম্ম তৎ সংন্যস্য ভগবতি বাসুদেবে আত্মভাবং ( পৰমপ্রেম্না ভগবদাত্মীয়ত্বং ) গতঃ ( প্রাপ্তঃ ) ॥ ৪ ॥

শ্রীশাঙ্করি।

কৃষ্ণগুণগণ, কৰিতে শ্রৱণ, ভৈগৈল শ্রদ্ধা উদয়।
মৰণ সময় জানি মহাশয় ধৰ্ম্ম অৰ্থ কাম চয় ॥
সবে পৰি হৰি, মনে কৃষ্ণ স্মৰি, শুকৰ চৰণ চাই।
কৃতাঞ্জলি ধৰি অতি দৃঢ় কৰি বিনায়ন্ত মহাৰায় ॥ ৩।৪ ॥

অনুবাদ।

শূন্য ৰাজ্যৰ ওপৰত অনেক দিনিয়া সুদৃঢ় আসক্তি শুকদেৱৰ উপদেশ নুশুনাৰ আগেয়ে অনায়াসে ত্যাগ কৰিছিল ॥ ২ ॥

সেই মহামতি পৰীক্ষিৰ শ্রীকৃষ্ণৰ মহিমা শুনিবলৈ অতিশয় শ্রদ্ধা বাঢ়িল! হে সাধু সকল! আপোনালোকে মোক কৈছে যে, "হৰি কথা বিহীন আয়ু বিফলে যায়;

শ্ৰীৰাজোবাচ—

সমীচীনং বচো ব্ৰহ্মন্ সৰ্ব্বজ্ঞস্য তবানঘ
তমো বিশীৰ্য্যতে মহ্যং হৰেঃ কথয়তঃ কথাম্ ॥ ৫ ॥

অনুবাদ।

এতেকে কৃষ্ণ কথা কীৰ্ত্তন কৰা আমি শুনি আয়ু সাৰ্থক কৰোঁ।” ঠিক এনে স্বৰূপে তেওঁ অতি হেপাহেৰে তলত কোৱা হৰি লীলা বিষয়ক প্ৰশ্ন বিলাক শুক দেৱক কৰিছিল। তেওঁ মৃত্যু সময়ত পৰমাত্মা শ্ৰীকৃষ্ণৰ পাদ পদ্মত যিৰূপে চিত্ত সমৰ্পণ কৰি পাঞ্চভৌতিক শৰীৰ ত্যাগ কৰিব লাগে; সেই নিয়ম এতিয়ায়ে পালন কৰিলে, অৰ্থাৎ শ্ৰীকৃষ্ণত চিত্ত সমৰ্পণ কৰি ভক্তি ৰসামৃত প্ৰেমসাগৰত বুৰ দিলে। তেওঁৰ ধৰ্ম্ম অৰ্থ কাম সাধক কৰ্ম্মৰ ভাৱ দূৰতো বিদূৰ হ’ল ॥ ৩।৪ ॥

ভক্তিৰসামৃত।

শুকদেৱৰ উপদেশ “মহাৰাজ! “অন্তে নাৰায়ণ স্মৃতিঃ পৰং লাভঃ ” এই উপদেশ অতি আনন্দ মনে হৃদয়ত লৈ মহাৰাজ পৰীক্ষিতে ভক্তিৰসামৃত পান কৰিবলৈ আৰম্ভ কৰিলে। ভক্তি সৰোবৰে কৃষ্ণপাদ, পঙ্কজত পৰি নিৰন্তৰে পৰম আনন্দে ভকত ভ্ৰমৰ জাকে। কৃষ্ণ যশ ৰস মধুপানে মত্তহুৱা অতি সাৱধানে ৰাম নাম ৰাজ হংস ৰাৱ শুনি থাকে ॥ ৩।৪॥

ভূয় এব বিবিৎস্যামি ভগবানাত্মমায়য়া
যথেদং সৃজ্যতে বিশ্বং দুর্ব্বি ভাব্যমধীশ্বরৈঃ ॥ ৬ ॥
যথা গোপায়তি বিভূর্যথা সংযচ্ছতে পুনঃ
যাং যাং শক্তিমুপাশ্রত্য পুৰশক্তিঃ পৰঃ পুমান্
আত্মানাং ক্ৰীড়য়ন্ ক্ৰীড়ন্ কৰোতি বিকৰোতি চ ॥ ৭ ॥

অন্বয় ঃ –

[ ভূয় এব ইত্যত্র ৰাজ্ঞোঽয়মভিপ্ৰায়ঃ ম্রিয়মাণস্য মম কৃত্যানি শ্রৱণ কীর্ত্তন স্মৰণানি এবোক্তানি ] ইদং ( বিশ্বং ) ॥ ৬ ॥

পুৰুশক্তিঃ ( সর্ব্বশক্তিমান্ ) পৰঃ পুমান্ ( পৰমেশ্বৰ: ) ক্ৰীড়ন্ ( মায়াশক্ত্যাসহ দীব্যন্ ) আত্মানং কৰোতি ( মহদহঙ্কাৰাদি ৰূপত্বেন সৃজতীতি সর্গপ্ৰশ্নঃ ) তথা ক্ৰীড়য়ন্ ( ব্ৰহ্মমৰীচ্যাদীন্ দেবান্ ) বিকৰোতি ( আত্মানং দেবতির্যগ্নৰাদি ৰূপত্বেন সৃজতীতি বিসর্গঃ প্ৰশ্নঃ ) ॥ ৭ ॥

অনুবাদ।

পৰীক্ষিতে শুকদেৱক সম্বোধন কৰি কলে। হে শুকদেৱ! আপুনি সৰ্ব্বজ্ঞ আৰু আপোনাৰ বাক্যও অমৃত সম। যিহেতু আপোনাৰ মুখে প্ৰকাশিত হৰি কথাৰ মহিমা শুনোতেই মোৰ অজ্ঞান দূৰ হ'ল। আপুনি প্ৰভু! অতি যুক্তি যক্ত কথা কৈছে ॥ ৫ ॥

হে নিষ্পাপ! মৃত্যু সময়ত কৃষ্ণ কথা শ্রৱণ কীর্ত্তন আৰু স্মৰণ কৰিবলৈ আপুনি উপদেশ দিলে। এতিয়া কৃষ্ণ কথা

নূনং ভগবতো ব্ৰহ্মন্ হৰেৰদ্ভুতকৰ্ম্মণঃ
দুৰ্ব্বিভাব্যমিবাভাতি কবিভিশ্চাপি চেষ্টিতম্ ॥ ৮ ॥
যথা গুণাংস্তু প্ৰকৃতেৰ্যুগপৎ ক্ৰমশোঽপিবা ।
বিভৰ্ত্তি ভূৰিশস্ত্বেকঃ কুৰ্ব্বন্ কৰ্ম্মাণি জন্মভিঃ ॥ ৯ ॥
বিচিকিৎসিতমেতন্মে ব্ৰবীতু ভগবান্ যথা
শব্দে ব্ৰহ্মণি নিষ্ণাতঃ পৰস্মিংশ্চ ভবান্ খলু ॥ ১০ ॥

অন্বয়ঃ

দুৰ্ব্বিভাব্যমিব ( দুজ্ঞেৰ্য়ং ইব ) ॥ ৮ ॥ একঃ ( পৰমাত্মা ) যুগপৎ ( পুৰুষৰূপেণ ) ক্ৰমশঃ ( ব্ৰহ্মাদ্যৱতাৰৈঃ ) ॥ ৯ ॥ যথা ভগবান্ ( শ্ৰীকৃষ্ণঃ তথা ভদ্ভক্তঃ ) শাব্দে ( বেদে ) ॥১০॥

শ্ৰীশাঙ্কৰি ।

ধন্য মুনিবৰ, তোমাৰ উত্তৰ, সাক্ষাতে পাইলো প্ৰমাণ ।
মোৰ মোহজাল, তাকো তৎকাল, কৰিলে সবে নিৰ্জান ॥
গুৰু কৃপাময়, আৰু অৰ্থচয়, জানিবাক মোৰ মন ।
ইটো বিশ্বখান, প্ৰভু নাৰায়ণ, যিমতে কৰা স্ৰজন ॥
যিমতে পালন্ত, পুনু সংহৰন্ত, যি সব শক্তিক ধৰি ।
সি সব সংশয় ছেদিবে লাগয় গুৰু মোক কৃপা কৰি ॥
ভাগ্য আছে যাতো, মৰণ বেলাতো, পইলোহো তোমাক লাগ ।
বুলিতে বচন, ঝুৰয় নয়ন, মৌনে ৰৈলা মহাভাগ ॥ ৫।১০ ॥

অনুবাদ ।

শ্ৰৱণ কৰায় আমাক কৃতাৰ্থ কৰক ! হে গুৰু ! শ্ৰীকৃষ্ণৰ

## অনুবাদ।

গোবৰ্দ্ধন ধাৰণ, ব্ৰহ্ম মোহন আদি লীলাত ব্ৰহ্মা মহাদেৱ আদি মহাযোগী সকলেও বিমোহিত হয়। আমি অজ্ঞানীৰ তো কথাই নাই! সেই অচিন্ত্য প্ৰভাৱশালী শ্ৰীকৃষ্ণে এই পৰিদৃশ্যমান জগত আপোন মায়াৰ বলেৰে কিৰূপে স্ৰজন, পালন আৰু সংহাৰ কৰে? সৰ্ব্বশক্তিমান পৰমেশ্বৰে যি মায়া শক্তি দ্বাৰা আত্মাক মহত্তত্ব অহঙ্কাৰ তত্ব আদিৰূপে সৃজন কৰে আৰু ব্ৰহ্মা মৰীচি আদিৰ দ্বাৰ দেৱতা, মনুষ্য আদিৰূপে সৃজন কৰায়? এই কথা শুনিবলৈ একান্ত অভিলাষ জন্মিছে? ৭॥

হে ব্ৰহ্মজ্ঞ! ভগবান শ্ৰীহৰিৰ সৃষ্টি স্থিতি আদি আশ্চৰ্য্য লীলা চৰিত্ৰ বিচাৰিবলৈগে মহাজ্ঞানী বিলাকেও বিমোহিত হয়? ৮॥

এক পৰমাত্মা শ্ৰীকৃষ্ণই প্ৰকৃতিৰ তিনিগুণ অবলম্বন কৰি সৃষ্টি আদি কাৰ্য্য কৰে, নতুবা ব্ৰহ্মা মৰীচি প্ৰভৃতি অৱতাৰ দ্বাৰা বহুৰূপ প্ৰকাশ কৰি অনুক্ৰমে প্ৰকৃতিৰ গুণ বিলাক অবলম্বন কৰে? অৰ্থাৎ এক কৃষ্ণই স্ৰজন পালন আৰু সংহাৰ কৰিবলৈ সত্ত, ৰজ আৰু তম গুণক অবলম্বন কৰে নে—ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ ৰূপে কৰে? ৯॥

হে ভগৱানৰ ভক্ত! আপুনি সৰ্ব্ববেদবিশাৰদ! এতেকে কৃষ্ণলীলা বিষয়ক এই বিলাক সন্দেহ ভঞ্জন কৰিবলৈ সমৰ্থ। আপুনি শ্ৰীকৃষ্ণৰ সদৃশ দয়ালু মোৰ ভাগ্যৰ বলত হে আপোনাক

সূত উবাচ।

ইত্যুপামন্ত্ৰিতো ৰাজ্ঞা গুণানু কথনে হৰেঃ
হৃষিকেশ মনুস্মৃত্য প্ৰতি বক্তুং প্ৰচক্ৰমে ॥ ১১ ॥

শ্ৰীশুক উবাচ—

নমঃ পৰস্মৈ পুৰুষায় ভূয়সে সদুদ্ভ বস্থানানৰোধলীলয়া
গৃহীতশক্তিত্ৰিতয়ায় দেহিনামন্তৰ্ভবায়ানুপলক্ষবৰ্ত্মনে।১২

ভক্তিৰসামৃত ॥

মহাৰাজ পৰীক্ষিতৰ প্ৰশ্ন পৰম ৰহস্য বিষয়ক। এই ৰহস্য একান্ত ভক্তত বাহিৰে আন জ্ঞানী কৰ্ম্মীৰ মনত উদয় ন হয় কৃষ্ণ কথাৰ মহিমা অসীম—' কিন্তু ইটো মহা ধৰ্ম্ম মাধৱৰ জন্ম কৰ্ম্ম বেদে যায় নজানে মহিমা হৰি কীৰ্ত্তনত যত মিলে মোক্ষ আদি ৰস, কীৰ্ত্তন সুখৰ নাহি সীমা" ॥ ঘোষা ॥ এই ভক্তি ৰস একান্ত ভক্ত পৰীক্ষিতৰ হৃদয়ত প্ৰকাশ পাইছে এতেকে সেই ৰসত ৰসিক কৰি ৰাখিবলৈ শুকদেৱক অনুবোধ কৰিছে ॥ ৫ ॥ ১০।

অনুবাদ

মৃত্যু সময়ত লগ পাইছোঁ। প্ৰভু! ভগৱানৰ সৃষ্টি আদি লীলা কীৰ্ত্তন কৰি মোৰ সন্দেহ দূৰ কৰায় অৰু পৰম আনন্দ ৰসত মগ্ন কৰি ৰাখক? ॥ ১০ ॥

সূতে কলে। হে শৌনক। মহাৰাজ পৰীক্ষিতে হৰিগুণ কীৰ্ত্তন কৰিবলৈ এই প্ৰাৰ্থনা কৰিলে,। শুকদেৱে পৰমপুৰুষ

ভূয়ো নমঃ সদ্বৃজিনচ্ছিদেঽসতামসম্ভবায়াখিলসত্ত্বমূর্ত্তয়ে
পুংসাং পুনঃ পাৰমহংস্য আশ্ৰমে ব্যবস্থিতানাম-
নুমৃগ্যদাশুষে ॥ ১৩ ॥

অন্বয়ঃ

সদ্বৃজিনচ্ছিদে ( সাধুনাং দুঃখহন্ত্রে ) অসতাং ( পাপিনাং ) অসম্ভবায় ( জন্মনিবাৰনায় ) অনুমৃগ্যদাশুষে ( প্ৰাৰ্থনীয় ব্ৰহ্মানন্দদাত্রে ) । ১৩ ।

অনুবাদ ॥

শ্ৰীকৃষ্ণক হৃদয়ত ধ্যান কৰি প্ৰেমত গদ্ গদ মাতে কৃষ্ণ কথা কীৰ্ত্তন কৰিবলৈ ধৰিলে ॥ ১১ ॥

শুকে কলে। হে পৰম পুৰুষ দৈৱকীনন্দন! আপোনাৰ

ভক্তি ৰসামৃত ॥

সূতে কলে। হে মুনি সকল! পৰীক্ষিতৰ প্ৰশ্ন শুনি শ্ৰীশুকদেৱে হৃদয়ত শ্ৰীকৃষ্ণৰ মনোহৰ মূৰ্ত্তি ধ্যান কৰি, ভক্তি চন্দন প্ৰেম অশ্ৰুৰে পূজাকৰি—বাৰম্বাৰ পদ্ম কোষসম যুগল চৰণক আকোৱালি ধৰি মুখেৰে হৰিগুন কীৰ্ত্তন কৰিব ধৰিলে তেওঁ হৰি ভক্তি সৰোবৰত বুৰ দিলে। ঋষি সকল! সেই ভক্তি সৰোবৰৰ ৰামনান অমৃত একান্ত মনে পান কৰক? "হৰিভক্তি সৰোবৰে, সন্তোষ অমৃত জলে, কৃষ্ণ পাদ পদ্ম প্ৰকাশয়। ৰামনাম ৰাজ হংস, চানিয়া আৰাৱ কৰে, শুনি অতি কৌতুক মিলয়"। ঘোষা ॥ ১১ ।

নমো নমস্তেঽস্ত্বৃষভায় সাত্বতাং
বিদূৰকাষ্ঠায় মুহুঃ কুযোগিনাম্
নিৰস্তসাম্যাতিশয়েন ৰাধসা
স্বধামনি ব্ৰহ্মণি ৰংস্যতে নমঃ ॥ ১৭ ॥

### অন্বয়

ঋষভায় ( পালকায় নমঃ ) ৰাধসা (ঐশ্বৰ্য্যেন) । ১৪ ।

### অনুবাদ

চৰণত নমস্কাৰ ! প্ৰভু আপুনি মহামহিমাশালী, আপুনি ব্ৰহ্মা ৰূপে এই বিশ্বব্ৰহ্মাণ্ড সৃজন বিষ্ণুৰূপে সকলোৰে হৃদয়ত প্ৰবেশ কৰি পালন অৰু ৰুদ্ৰৰূপে সকলোকে সংহাৰ কৰি থাকে। আপুনি হৃদীশ্বৰ তথাপি অজ্ঞানী সকলে বিচাৰি নেপায়, তাক আপোনাৰ মহিমা নুবুজে । ১২ ।

হে শ্যামসুন্দৰ মধুৰমূৰ্ত্তি ! আপুনি মৎস্য কূৰ্ম্ম আদি বিবিধ অৱতাৰ ধাৰণ কৰি সাধু সকলৰ দুঃখ নিবাৰণ আৰু অসাধু কংস প্ৰভৃতি পাপী সকলৰ জন্মনিবাৰণ কৰে। আপোনাৰ পৰম পবিত্ৰ পাদপদ্মত নমস্কাৰ। আপুনি পৰমহংস কৈবল্য আশ্ৰমত স্থিতি হোৱা পৰম বৈৰাগ্য ভক্তসকলক ব্ৰহ্মানন্দ দান কৰে। হে যদুপতি ! আপুনি সাধু সকলৰ সঙ্কট নিবাৰণ কৰি সমস্ত বিপদৰ পৰা ৰক্ষা কৰি থাকে। আপোনাক ভক্তিহীন ঘোৰ সংসাৰী লোকে সপ্নতো নেদেখে

যৎ কীৰ্ত্তনং যৎস্মৰণং যদীক্ষণং যদ্বন্দনং
যচ্ছ্ৰবণং যদৰ্হণম্
লোকস্য সদ্যো বিধুনোতি কল্মষং
তস্মৈ সুভদ্ৰশ্ৰবসে নমোনমঃ ॥ ১৫ ॥
বিচক্ষণা যচ্চৰণোপসাদনাৎ
সঙ্গং ব্যুদস্যোভয়তোঽন্তৰাত্মনঃ।
বিন্দন্তি হি ব্ৰহ্মগতিং গত ক্লমা-
স্তস্মৈ সুভদ্ৰশ্ৰবসে নমো নমঃ ॥ ১৬ ॥

শ্ৰীশাঙ্কৰি

শ্ৰৱণ-কীৰ্ত্তন, অৰ্চ্চন-বন্দন, আদি ভকতিয়ে যাৰ।
সমস্ত লোকৰে, সদ্যে পাপহৰে, তানপায়ে নমস্কাৰ ॥ ১৫ ।

অনুবাদ।

কিন্তু হে দয়াময়! দয়াগুণে আপুনি অভক্তৰ হৃদয়ৰ পৰা বিদুৰলৈ নেজায়। আপুনি শত্ৰু মিত্ৰ সকাতে উদাসীন। হে বিভূ, আপোনাক বাৰম্বাৰ প্ৰণাম কৰিছোঁ। আপুনি আমাৰ হৃদয়ত বিৰাজ কৰিছে আৰু নিত্যধাম বৈকুণ্ঠত পাৰিষদ বিলাকৰ সহিত বিৰাজ কৰি আছে ॥ ১৩ ॥

হে ভুবনমঙ্গল! আপোনাৰ পৰম পবিত্ৰ নাম, গুণ, ৰূপ, লীলা আদি শ্ৰৱন, কীৰ্ত্তন অৰ্চ্চন, বন্দন, দৰশন কৰি সমস্ত লোক পাপৰ পৰা মুক্ত হয়। আপোনাক নমস্কাৰ ॥ ১৫ ॥

তপস্বিনো দানপৰা যশস্বিনো
মনস্বিনো মন্ত্ৰবিদঃ সুমঙ্গলাঃ
ক্ষেমং ন বিন্দন্তি বিনা যদৰ্পণং
তস্মৈ সুভদ্ৰশ্ৰবসে নমো নমঃ ॥ ১৭ ॥
কিৰাত হূনান্ধ্ৰ পুলিন্দ পুক্কশা
আভীৰ শুহ্মা যবনাঃ খসাদয়ঃ
যেঽন্যে চ পাপা যদুপাশ্ৰয়াশ্ৰয়াঃ
শুধ্যন্তি তস্মৈ প্ৰভবিষ্ণবে নমঃ ॥ ১৮ ॥

শ্ৰীশাঙ্কৰি

যাহাৰ চৰণে, সেৱে অনুক্ষণে, যত বিচক্ষণ জন।
পাৱে ব্ৰহ্মগতি, তৰিয়া দুৰ্গতি, তাহাঙ্ক কৰোবন্দন ॥১৬॥
ভক্তিহীন নৰে, যাত কৰ্ম্ম কৰে, সকলে বিফল হয়।
তপ জপ যশ যত সমৰ্পণ বিনা ফল ন ধৰয় ।১৭॥
কিৰাত কছাৰি, খাসি গাৰো মিৰি, যৱন কঙ্ক গোৱাল
আসাম মুলুক, ধোৱা যে তুৰুক, পুক্কশ ম্লেচ্ছ চাণ্ডাল। আনো
পাপী নৰ কৃষ্ণ সেৱকৰ, সঙ্গত পবিত্ৰ হয়। ভকতি লভিয়া

অনুবাদ

হে শ্ৰৱণ মঙ্গল। তত্ত্বজ্ঞানীসকলে অপোনাৰ চৰণ সেৱাৰ দ্বাৰা মানসিক আৰু বৈষয়িক আশক্তি পৰিহাৰ কৰি সমস্ত দুঃখৰ পৰা মুক্ত হয় আৰু ব্ৰহ্মপদ লাভ কৰে। প্ৰভু! আপোনাৰ মঙ্গলময় চৰণত বাৰম্বাৰ নমস্কৰ ॥ ১৬ ॥

**স এষ আত্মাত্মবতামধীশ্বৰ স্ত্রয়ীময়োধৰ্ম্মময়স্তপোময়ঃ
গতব্যলীকৈৰজশঙ্কৰাদিভি
বিতর্ক্যলিঙ্গো ভগবান্ প্রসীদতাম্॥ ১৯ ॥**

অন্বয়ঃ

আত্মবতাং ( ধীৰাণাং ) ত্রয়ীময়ঃ ( কৰ্ম্মকাণ্ডোপাস্যঃ ) ধৰ্ম্মময়ঃ (মন্বাদি ধৰ্ম্মশাস্ত্রোপাস্যঃ ) গতব্যলীকৈঃ ( নিষ্কপটৈঃ ) বিতৰ্কলিঙ্গঃ ( অনিশ্চিতৰূপঃ ) ॥ ১৯ ॥

শ্রীশাঙ্কৰি

সংসাৰ তৰিয়া, বৈকুণ্ঠে সুখে চলয়। হেন কৃষ্ণ দেৱ, পৰি কৰো সেৱ, সুমঙ্গল কীৰ্ত্তি যাৰ। পূজা আদি যত, ভক্তিৰ মধ্যত, শ্রৱণ কীৰ্ত্তন সাৰ ॥ ১৮ ॥

অনুবাদ।

হে সুমঙ্গল কীৰ্ত্তি! আপোনাত ভক্তিহীন তপস্বী কৰ্ম্মী দানী, যোগী, আগমপন্থ অ-লম্বী বা সদাচাৰী সকলোৰে স্বস্ব সাধনা বিফল ; কিন্তু মহা অনাচাৰী কিৰাত আদি লোকেও আপোনাৰ চৰণাশ্ৰিত ভক্ত সকলৰ আশ্ৰয় লৈ পৰম পবিত্ৰ হয় আৰু ভক্তিতত্ত্ব লাভ কৰি অনায়াসে বৈকুণ্ঠলৈ গমন কৰে। হে মহা প্ৰভাৱশালী আপোনাক নমস্কাৰ। ১৭। ১৮।

হে পৰমাৰাধ্য প্ৰভু শ্ৰীকৃষ্ণ! বেদৰ কৰ্ম্মকাণ্ড, জ্ঞানকাণ্ড আৰু মনু আদিৰ প্ৰণীত ধৰ্ম্ম শাস্ত্ৰে একমাত্ৰ আপোনাকেই পৰমাৰাধ্য দেৱ বুলি নিৰ্ণয় কৰিছে, যোগী সকলে অন্তৰ্যামী

শ্ৰিয়ঃ পতি যজ্ঞ পতিঃ প্ৰজাপতির্ধিয়াং
পতির্লোক পতি ধৰাপতিঃ ।
পতির্গতিশ্চান্ধক বৃষ্ণি সাত্বতাং
প্ৰসীদতাংমে ভগবান্ সতাংপতিঃ ॥ ২০ ॥
যদঙঘ্ৰ্যভি ধ্যানসমাধি ধৌতয়া
ধিয়ানুপশ্যন্তি হি তত্ত্বমাত্মনঃ
বদন্তি চৈতৎ কবয়ো যথারুচং
স মে ভগবান্ মুকুন্দো প্ৰসীদতাম্ ॥ ২১ ॥

অনুবাদ

পৰমাত্মা বুলি আপোনাৰ পাদপদ্মত শৰণ লৈ থাকে, আৰু ব্ৰহ্ম মহাদেৱ আদি একান্ত ভক্তসকলে অকপট ভক্তিসহকাৰে আপোনাৰ ঐশ্বৰিক মহিমা অনুসন্ধান কৰি থাকে। কিন্তু মহিমাৰ পাৰ নেপায়। হে কমললোচন হৃষীকেশ আপুনি আমাৰ প্ৰতি প্ৰসন্ন হওক ॥ ১৯ ॥

হে মহাপুৰুষ! আপুনি সৰ্ব্ব ঐশ্বৰ্য্যৰ গৰাকী, সৰ্ব্ব কৰ্ম্মৰ ফলদাতা, সকলোৰে অন্তৰ্যামী, ব্ৰহ্মাণ্ডৰ সমস্ত লোকক শাসন কৰ্ত্তা পৰমেশ্বৰ। আপুনি পৃথিবীৰ ভাৰ হৰণ কৰিবলৈ কাৰণে যদুবংশত অৱতাৰ হৈ কংশ আদি অধৰ্ম্মী সকলক সংহাৰ কৰি বসুদেৱ দৈৱকী প্ৰভৃতি জগতৰ ভক্তসকলক পালন কৰিছিল. যাদব, পাণ্ডব আদি ভক্ত ৰাজা সকলক সৰ্ব্ববিপদৰ পৰা ৰক্ষা

প্ৰচোদিতা যেন পুৰা সৰস্বতী
বিতন্বতাঽজস্যসতীংস্মৃতিং হৃদি
স্বলক্ষণা প্ৰাদুৰভূৎ কিলাস্যতঃ
স মে ঋষীণামৃষভঃ প্ৰসীসতাম্ ॥ ২২ ॥

অন্বয়।

পুৰা ( কল্পাদৌ ) বিতন্বতা ( প্ৰকাশয়তা ) যেন ( ভগবতা ) প্ৰচোদিতা ( প্ৰেৰিতা ) স্বলক্ষণা ( ঐশ্বৰ্য্যপূৰ্ণা ) স্বৰস্বতী ( বেদঃ ) ঋষভঃ ( শ্ৰেষ্ঠঃ ) মে প্ৰসীদতাং ॥ ২২ ॥

অনুবাদ।

কৰি আছিল আৰু অন্তকালত পৰম গতিও দিছে। হে ভক্তৰ ভগবান! আমাৰ প্ৰতি প্ৰসন্ন হওক ॥ ২০ ॥

হে অন্তৰ্যামী পৰমেশ্বৰ! যোগীসকলে আপোনাৰ চৰণ চিন্তা কৰি চিত্ত পবিত্ৰ কৰে আৰু সেই পবিত্ৰ হিয়াত আত্মতত্ব দৰশন কৰি থাকে, পণ্ডিত বিলাকে আপোন আপোন অভিৰুচি অনুসাৰে আপোনাৰ মহিমা সাকাৰ আৰু নিৰাকাৰ বুলি কীৰ্ত্তন কৰি থাকে। হে মুকুন্দ! আমাৰ প্ৰতি সন্তুষ্ট হওক ॥২১॥

হে করুণাময়! আপুনি করুণাগুণে কল্পৰ আদিত ব্ৰহ্মাক বেদ প্ৰদান কৰিছিল, আৰু ব্ৰহ্মাৰ মুখপদ্মৰ দ্বাৰা বেদ কীৰ্ত্তন কৰায় জগতক কৃতাৰ্থ কৰি ৰাখিছে। আপুনি গুৰুৰো পৰমগুৰু। আপোনাৰ চৰণ যুগলত বাৰম্বাৰ নমস্কাৰ। হে ভগৱান। প্ৰসন্ন হৈ আমাৰ হৃদয়ৰ পৰা

ভূতৈৰ্মহদ্ভি ৰ্য ইমাঃ পুৰো বিভু·
নিৰ্ম্মায় শেতে যদমূষু পুৰুষঃ
ভুঙ্‌ক্তে গুণান্ ষোড়শষোড়শাত্মকঃ
সোঽলং কৃষীষ্টাখিল বিদ্বচাংসি মে ॥ ২৩ ॥
নমস্তস্মৈ ভগবতে বাসুদেবায় বেধসে
পপুর্জ্ঞানময়ং সৌম্যাঃ যন্মুখাম্বুৰুহাসবম্ ॥২৪॥

অন্বয়ঃ।

সৌম্যাঃ ( ভক্তাঃ ) জ্ঞা·ময়ং যন্মুখাম্বুৰুহাসবং প·পুঃ তস্মৈ বেধসে ভগবতে বাসুদেবায নমঃ ॥ ২৪ ॥

শ্ৰীশাঙ্কৰি

পঞ্চভুতে নানা, শৰীৰ সৃজিয়া, প্ৰবেশি তাত লীলায়।
কৰন্ত শোভন, যিটো নাৰায়ণ, প্ৰণামো তাঙ্ক সদায় ॥
সেহি কৃপাময়, মোৰ বাক্যচয়, অলঙ্কৃত কৰন্তোক।
শৃঙ্গাৰাদি নানা ৰসে বাক্য হৌক, আনন্দে লোকে শুনোক ॥২৩॥

অনুবাদ।

আপোনাৰ লীলামকৰন্দ প্ৰকাশ কৰি মহাৰাজ পৰীক্ষিত আৰু সভাসদ সকলক কৃতাৰ্থ কৰক ॥ ২২

হে পৰম পুৰুষ। আপুনি মহত্তত্ত্ব আদি মহাভুত পৰ্য্যন্ত চাবিবশ তত্ত্বৰ দ্বাৰা এই অপূৰ্ব্ব শৰীৰ ৰচনা কৰি অন্তৰ্যামীৰূপে তাত মধ্যত বাস কৰি আছে এতেকে আপোনাৰ নাম

এতদেবাত্মভূ ৰাজন্ নাৰদায় বিপৃচ্ছতে
বেদগৰ্ব্ভোঽভ্যধাৎ সাক্ষাদ যদাহ হৰিৰাত্মনঃ ॥ ২৫ ॥

ইতি শ্ৰীমদ্ভাগবতে মহাপুৰাণে পাৰমহংস্যাং সংহিতায়াং
বৈয়াসিক্যাং দ্বিতীয়স্কন্ধে মহাপুৰুষসংস্থানুবৰ্ণনং
নাম চতুৰ্থোঽধ্যায়ঃ ।৪।।

হে ৰাজন্ বেদগৰ্ব্ভঃ হৰিঃ আত্মনঃ ( আত্মনঃ সম্বন্ধে ) যং আহ আত্মভূঃ ব্ৰহ্মা নাৰদায় বিপৃচ্ছতে এতৎ এব অভ্যধাৎ ॥ ২৫ ॥

ইতি দ্বিতীয়ে চতুৰ্থোঽধ্যায়োঽধ্যায়ঃ ॥ ৪ ॥

শ্ৰীশাঙ্কৰি।

এহিমতে হৰি-গুৰুক নমিয়া, শুকমহামুনি বৰ।
কৰিয়া সাদৰ, ৰাজাৰ প্ৰশ্নৰ, দিবেক লৈলা উত্তৰ ॥ ২৫ ॥

অনুবাদ

পুৰুষ। প্ৰভু! একাদশ ইন্দ্ৰিয় আৰু পঞ্চ মহাভুতে আপুনি কৰি ৰাখিছে চৈতন্য আমাৰ বাক্য সমুহকো অতি বিতোপন কৰক।। ২৩ ॥

ভক্ত সকলে যাৰ মুখপদ্মৰ পৰা প্ৰকাশিত জ্ঞানময় অমৃত পান কৰি পৰমানন্দ সমুদ্ৰত লীন প্ৰাপ্তহৈ থাকে, সেই সৰ্ব্বশাস্ত্ৰ প্ৰণয়ন কৰোঁতা বাসুদেৱৰ অংশ ব্যাসদেৱক নমস্কাৰ। ( হে পিতা কলিৰ দোষত দূষিত লোক সকলৰ পৰিত্ৰানৰ অৰ্থে

আপুনি অনেক শাস্ত্ৰ প্ৰণয়ন কৰিছিল, আৰু সমস্ত শাস্ত্ৰৰ সাৰ মহাভাগৱত শাস্ত্ৰ পৰম স্নেহত মোক শিকাইছিল সম্প্ৰতি মহাৰাজ পৰীক্ষিতৰ আগত কীৰ্ত্তন কৰিবলৈ অনুমতি দিয়ক? ॥ ২৪ ॥ হে মহাৰাজ পূৰ্ব্বে ব্ৰহ্মাই স্বয়ং বিষ্ণুৰ ওচৰত যি আত্মতত্ত্ব [ শ্ৰীভগবানৰ সৃষ্টি প্ৰভৃতি লীলা ৰহস্য ] জ্ঞানলাভ কৰিছিল, তাক নাৰদৰ প্ৰশ্নানুসাৰে ঠিক শ্ৰীহৰিয়ে কোৱাৰ নিছিনা কৈ-ব্ৰহ্মাই নাৰদৰ আগত কীৰ্ত্তন কৰিছিল সেই পূৰ্ব্ব ইতিহাস শুনিলে আপোনাৰ সংশয় দূৰ হব; এতেকে কীৰ্ত্তন কৰো একান্ত মনে শ্ৰৱন কৰা? ॥ ২৫ ॥

মহাযোগী ব্যাসদেৱৰ প্ৰণীত শ্ৰীমদ্ভাগৱত মহা পুৰাণ সংহিতাৰ অন্তৰ্গত দ্বিতীয় স্কন্ধৰ মহাপুৰুষৰ স্বৰূপ বৰ্ণন নামক চতুৰ্থ আধ্যা সমাপ্ত ॥ ৪ ॥

### শ্ৰীশাঙ্কৰি

নৃপ যোগেন্দ্ৰৰ, সংবাদ সুন্দৰ, যেন মত ভৈল তথা।
দ্বিতীয় স্কন্ধৰ, চাৰি অধ্যায়ৰ, এহি মানে গৈল কথা ॥ ৪ ॥



# পঞ্চমোঽধ্যায়ঃ।

নাৰদ উবাচ—

দেবদেব নমস্তেঽস্তু ভূতভাবন পূৰ্ব্বজ।
তদ্বিজানীহি যজ্ জ্ঞানমাত্মতত্ত্বনিদৰ্শনম্ ॥ ১ ॥
যদ্রূপং যদধিষ্ঠানং যতঃ সৃষ্টমিদং প্ৰভো
যৎ সংস্থং যৎপৰং যচ্চ তত্তত্ত্বং বদ তত্ত্বতঃ ॥২॥

অন্বয় ঃ—

ভূতভাবন [ ভূতানি ভাবয়ন্তি সৃজন্তি ইতি ভূতভাবনা মৰীচ্যাদয় অতএব সৰ্ব্বেষাং ] পূৰ্ব্বজ ! আত্মতত্ত্ব নিদৰ্শনং ( জীৱপৰমাত্মনোঃ তত্ত্ব জ্ঞাপনং ) বিজানীহি ( জ্ঞাপয় ) ॥১। ইদং ( বিশ্বং ) যদ্রূপং ( যেন ৰূপ্যতে প্ৰকাশ্যতে ) যৎসংস্থং ( যস্মিন্ লীয়ন্তে ) ॥২।

শ্ৰীশাঙ্কৰি।

নাৰদ বদতি নমো দেৱ সৃষ্টিকৰ, বুজায়োক মোক জ্ঞান সাধণ সুন্দৰ ॥ জগত প্ৰকাশে কোনে কাহাত আশ্ৰয়, কোনেস্ৰজে কোনেপালে কাত বা থাকয় ॥ কাহাৰ অধীন স্বৰূপত কিবা হয়। ইসব সংশয় মোৰ ছেদিবে লাগয় ॥১।২।

অনুবাদ ঃ—

শুকদেৱে কলে, মহাৰাজ ! এদিন যোগাসনত বহি থকা ব্ৰহ্মাক নাৰদে সুধিলে। "হে দেৱতাৰো পৰম দেৱতা ! হে

**সৰ্ব্বং হ্যেতদ্ভবান্ বেদ ভূতভব্যভবৎপ্ৰভুঃ**
**কৰামলকবদ্বিশ্বং বিজ্ঞানাবসিতং তব ॥ ৩ ॥**
**যদ্বিজ্ঞানো যদাধাৰো যৎ পৰস্ত্বং যদাত্মকঃ ।**
**একঃ সৃজসি ভূতানি ভূতৈৰেবাত্মমায়য়া ॥ ৪ ॥**

**অন্বয়ঃ**

বিজ্ঞানাবসিতং (জ্ঞাননিষ্ঠিতং) ভূতং (জাতং) ভব্যং (জনিষ্যমাণং) ভবৎ (জায়মানং) প্ৰভুঃ (ঈশ্বৰঃ) [অতঃ] ভবান্ সৰ্ব্বং (পৰমাত্মজীৱাত্মজগদিতি ত্ৰিকং) এতৎ হি বেদ ।৩।।

**অনুবাদ ঃ—**

ভূতভাৱন ! হে আদিপুৰুষ! আপোনাক নমস্কাৰ ! পিতা—মহ ! আপুনি জীৱতত্ত্ব আৰু ঈশ্বৰতত্ত্ব বিষয়ক জ্ঞান মোক বুজায় দিয়ক ।।১। হে প্ৰভু এই জগত কোনে প্ৰকাশ কৰিছে ? জগতৰ আশ্ৰয় কোন ? কোন স্ৰজন, পালন, স্থিতি কৰ্ত্তা ?

কি কি বস্তুৰ দ্বাৰা জগত গঠন হৈছে ? আৰু ক তলীন হব ? এই বিলাক কথা আপুনি আদিৰ পৰা অন্তলৈ বুজায় দিয়ক ।২। হাতত লোৱা আমলখী ফলৰ দিচিনা পৰমাত্মা, জীৱাত্মা আৰু জগতৰ সম্বন্ধে আপোনাৰ একো অবিদিত নাই। আপুনি যিবিলাক প্ৰাণী পূৰ্ব্বে জন্মিছে সম্প্ৰতি বাস কৰি আছে আৰু পাচলৈ জন্মিব এই বিলাকৰ ঈশ্বৰ ! এতেকে নিশ্চয় সমস্ত কথা আপুনি জানে ।।৩।।

**আত্মন্ ভাবয়সে তানি ন পৰাভাবয়ন্ স্বয়ম্ ।**
**আত্মশক্তিমবষ্টভ্য ঊৰ্ণনাভিৰিবাক্লমঃ ॥ ৫ ॥**
**নাহং বেদ পৰন্ত্বস্মিন্নাপৰং ন সমং বিভো ।**
**নামৰূপগুণৈৰ্ভাব্যং সদসৎ কিঞ্চিদন্যতঃ ॥ ৬ ॥**

**অন্বয়ঃ**

ত্বং যদ্ বিজ্ঞানং ( যস্মাৎ জ্ঞানংপ্ৰাপ্তবান্ ) ॥৪। অক্লমঃ ( শ্ৰমৰহিতঃ ) অবষ্টভ্যঃ ( বশীকৃতঃ ) ।৫। ভাব্যং ( সাধ্যং ) ॥৬।

**শ্ৰীশাঙ্কৰি ।—**

আছোক ইসব কথা আপোনাকোকহ ।
কোন জ্ঞান দাতা গুৰু তয়ু পিতামহ ॥৪।৬।

**অনুবাদ ঃ—**

হে পিতামহ ! আপোনাৰ জ্ঞানদাতা গুৰু কোন ? আপুনি কাক আশ্ৰয় কৰি আছে ? কাৰ অধীন ? আপোনাৰ স্বৰূপ কি ? মোৰ বিশ্বাস আছিল যে, আপুনি নিজ শক্তিৰ দ্বাৰা সূক্ষ্ম পঞ্চভূত তাৰ দ্বাৰা স্থুল পঞ্চভূত আৰু প্ৰাণী বিলাক সৃষ্টি কৰে ।৪। মকৰাই আনৰ সহায় নোলোৱাকৈ নিজ শক্তিৰে জাল সজাৰ নিচিনা আপুনিও কোনো বস্তু বা লোকক অপেক্ষা নকৰি নিজ শক্তিৰে এই ব্ৰহ্মাণ্ড আৰু প্ৰাণী বিলাকক স্বস্বৰূপৰ পৰা অনায়াসে স্ৰজন পালন আৰু সংহাৰ কৰে ॥৫। হে ঈশ্বৰ ! এই জগতত আপোনতকৈ উত্তম, বা অধম নতুবা আপোনাৰ সমান কোনো দ্বিতীয় ঈশ্বৰ থকা বুলি মোৰ বিশ্বাস নহয় !

**স ভবানচৰদ্ ঘোৰং যৎ তপঃ সুসমাহিতঃ।**
**তেন খেদয়সে নস্ত্বং পৰাশঙ্কাঞ্চ যচ্ছসি॥ ৭॥**
**এতন্মে পৃচ্ছতঃ সৰ্ব্বং সৰ্ব্বজ্ঞ সকলেশ্বৰ।**
**বিজানাহি তথৈবেদমহং বুধ্যেঽনুশাসিতঃ। ৮॥**

**শ্ৰীশাঙ্কৰি।—**

এতেকে তোমাত কৰি আছে শ্ৰেষ্ট দেৱ,
তাতেসে ভকতি ভাৱে কৰানিতে সেৱ।
মোৰমহা সংশয় ছেদিয়ো কৃপাময়।
যিমতে বুজিবো তেনে বুজাইবে লাগয়॥৭।৮॥

**অনুবাদ ঃ—**

মনুষ্য আদি প্ৰাণীৰ দ্বিপদ-চতুষ্পদ আদি আকৃতি আৰু শুক্ল কৃষ্ণ আদি বৰ্ণ দেখি বোধ হয় যে, আৰু কিবা স্থূল বা সূক্ষ্ম বস্তু আছে। কিন্তু মই বুজি পোৱা নাই? সেই স্থূল বা সূক্ষ্ম যি কিছু পদাৰ্থ আছে তাক আপোনাৰ ভিন্ন আন কোনেও প্ৰজানাই। এই মোৰ দৃঢ় বিশ্বাস। ৬। কিন্তু আশ্চৰ্য্যৰ বিষয়! এনে মহামহিমাশীল হৈও আপুনি কিয় একান্ত মনে ঘোৰ তপস্যা আচৰণ কৰিছে? তপস্যাই মোৰ মনত আশঙ্কা জন্মায়ছে—যে আপোনাৰো কোনোবা ঈশ্বৰ আছে? নথাকিলে আপুনি এনে তপস্যা আচৰণ কৰিব কিয়? ৭॥ হে সৰ্ব্বজ্ঞ! হে সকলোৰে ঈশ্বৰ! মই যিবিলাক কথা সুধিলো আপুনি নিজে পৰামৰ্শ কৰি এনে

ব্রহ্মোবাচ—

**সম্যক কাৰুনিকস্যেদং বৎস তে বিচিকিৎসিতম্ ।**
**যদহং চোদিতঃ সৌম্য ভগবদ্বীৰ্য্যদৰ্শনে ॥ ৯ ॥**
**নানৃতং তব তচ্চাপি যথা মাং প্রব্রবীষি ভোঃ**
**অবিজ্ঞায় পৰং মত্ত এতাবত্ত্বং যতো হি মে ॥ ১০ ॥**

অন্বয় ঃ—

বিচিকিৎসিতং (সন্দেহঃ) ভগবদ্বীৰ্য্যদৰ্শনে (ভগবতঃ মহিমা প্রকাশনে) চোদিতঃ (প্রেৰিতঃ) ৯। এতাবত্ত্বং (ঈশ্বৰত্বং) ভোঃ (নাৰদ) ১০।

অনুবাদ ঃ—

সৰল ভাৱে বুজায় দিয়ক যে তাৰ দ্বাৰা মই ঈশ্বৰ তত্ত্ব জীৱতত্ত্ব আৰু ভগবত্তত্ত্ব অনায়াসে বুজোঁ আৰু ঈশ্বৰক ভজি কৃতকৃত্য হওঁ ॥ ৮ ॥

ব্ৰহ্মাই কলে।—পুত্ৰ নাৰদ! তুমি পৰম দয়ালু। তোমাৰ সন্দেহ অতি প্ৰশংসনীয় আৰু কৰুণাকৰ ; কাৰণ তুমি ভগৱানৰ মহিমা সুধি মোক ভগৱানৰ স্বৰূপ দৰশন কৰিবলৈ আৰু মহিমা কীৰ্ত্তন কৰিবলৈ সুবিধা দিলা। কৃষ্ণ কথা কীৰ্ত্তন কৰিলে জগত পবিত্ৰ হয়। এতেকে কীৰ্ত্তন কৰোঁ ॥৯। হে নাৰদ! মোক যে ঈশ্বৰ আদি উপাধিদি সম্বোধন কৰিছা ই একেবাৰে মিছা নহয় ; কাৰণ মোৰ ঐশ্বৰিক শক্তি আছে, কিন্তু যাৰ পৰা এই শক্তি লাভ কৰিছোঁ, সেই পৰমেশ্বৰক তুমি জানা নাই। এতেকে

যেন স্বৰোচিষা বিশ্বং ৰোচিতং ৰোচয়াম্যহম্
যথাৰ্কোঽগ্নিৰ্যথা সোমো যথৰ্ক্ষগ্ৰহতাৰকাঃ ॥১১॥
তস্মৈ নমো ভগবতে বাসুদেবায় ধীমহি
যন্মায়য়া দুৰ্জ্জয়য়া মাং বদন্তি জগদ্গুৰুম্ ॥ ১২ ॥
বিলজ্জমানয়া যস্য স্থাতুমীক্ষাপথেঽমুয়া
বিমোহিতা বিকথন্তে মমাহমিতি দুৰ্ধিয়ঃ ॥ ১৩ ।

অন্বয়ঃ

যেন ( ভগবতা ) স্বৰোচিষা (স্বপ্ৰকাশেন ) ॥ ১১ ॥

শ্ৰীশাঙ্কৰিঃ—

নমো নমো হেন ভগবন্ত বাসুদেৱ,
কাঁয় বাক্য মনে জান পাৰে কৰো সেৱ ॥
যাহাৰ আগতমায়া বৈৰে নপাৰিয়া,
লাজ্জেভয়ে দূৰ হুৱা থাকে আন্তৰিয়া
তুমিসব সেহি মহামায়াযে ভুলিয়া,
তাতেসে জগত গুৰু আমাক বুলিলা ১১ । ১৩ ॥

অনুবাদ

তোমাৰ বাক্য ভ্ৰান্তি মুলক ॥ ১০ । সেই পৰমেশ্বৰৰ জ্যোতিৰে এই বিশ্ব প্ৰকাশ হৈছে । চন্দ্ৰ সূৰ্য্য গ্ৰহ নক্ষত্ৰ, আৰু তাৰা আদিয়ে তেওঁৰ জ্যোতিৰে জগত আলোকিত কৰাৰ নিচিনা ময়ো তেওঁৰ ৰচিত জগতক তেওঁৰ শক্তিতে শক্তিমান হৈ স্ৰজনা কৰিছোঁ । মই তেওঁৰ ওচৰত অতি তুচ্ছ ॥ ১১ ॥

দ্রব্যং কর্ম্মচ কালশ্চ স্বভাবো জীবএবচ
বাসুদেবাৎ পৰো ব্ৰহ্মন্ ন চান্যোঽর্থোঽস্তি তত্ত্বতঃ ॥
নাৰায়ণ পৰা বেদা দেবা নাৰায়ণাঙ্গজাঃ
নাৰায়ণপৰা লোকা নাৰায়ণপৰা মখাঃ ॥ ১৫ ॥
নাৰায়নপৰো যোগো নাৰায়ণ পৰংতপঃ
নাৰায়নপৰং জ্ঞানং নাৰায়নপৰা গতিঃ ॥ ১৬ ॥

শ্ৰীশাঙ্কৰি

যিকথা পুছিলা তাৰ লৈয়ো পৰিছেদ।
সবে কৃষ্ণময় ইটো কৈলো সত্য বেদ ॥ ১৪ । ১৬ ॥

অনুবাদ।

যি ভুবনমোহনৰ দুৰ্জ্জয় মায়াৰ দ্বাৰা মোহিত হৈ তোমালোকে মোক জগত গুৰু বুলি সম্বোধন কৰা সেই ভগৱান বাসুদেৱক কায় বাক্য মনে নমস্কাৰ কৰিছো ॥ ১২ ॥ সেই প্ৰভুৰ আগত থিয় দিব নোৱাৰি যিমায়া দূৰতো বিদূৰহৈ থাকে সেই মায়াৰ দ্বাৰা মোহিতহৈ লোক সকলে "আমি আৰু আমাৰ" ইত্যাদি কথাৰে নিজক প্ৰশংসা কৰে ! ।১৩।

হে নাৰদ ! দ্ৰব্য, কৰ্ম্ম, কাল, স্বভাৱ আৰু জীৱ এই সমস্ত বস্তু পৰমাৰ্থ-বিচাৰত বাসুদেৱত পৃথক নহয় ॥ ১৪ ॥ বেদ নাৰায়ণৰ উপাসনা প্ৰকাশক, দেৱতাদি-প্ৰাণী নাৰায়ণৰ পৰা জন্মিছে। স্বৰ্গ আদি লোক নাৰায়ণৰেই অবয়ব ( শৰীৰ ) আৰু সমস্ত যজ্ঞৰ ফল দাতাও শ্ৰীনাৰায়ণ ॥ ১৫ ॥ অষ্টাঙ্গ

তস্যাপি দ্ৰষ্টুৰীশস্য কূটস্থস্যাখিলাত্মনঃ
সৃজ্যং সৃজামি সৃষ্টোঽহমীক্ষয়ৈবাভিচোদিতঃ ॥ ১৭ ॥
সত্ত্বং ৰজস্তম ইতি নিৰ্গুণস্য গুণাস্ত্ৰয়ঃ
স্থিতিসৰ্গনিৰোধেষু গৃহীতা মায়য়া বিভোঃ ॥ ১৮ ॥
কাৰ্য্যকাৰণকৰ্ত্তৃত্বে দ্ৰব্যজ্ঞানক্ৰিয়াশ্ৰয়াঃ ।
বধ্নন্তি নিত্যদা মুক্তং মায়িনং পুৰুষং গুণাঃ ॥ ১৯ ॥

অনুবাদ :

যোগ শ্ৰীনাৰায়ণৰ ধ্যানৰ উপায়, শ্ৰীনাৰায়ণত চিত্ত ধাৰণাই তপস্যা, ব্ৰহ্ম-জ্ঞানৰ দ্বাৰা শ্ৰীনাৰায়ণৰ স্বৰূপ প্ৰকাশ হয়, শ্ৰীনাৰায়ণৰ চৰণ প্ৰাপ্তিয়েই মুক্তি ॥ ১৬ ॥

সেই সৰ্ব্বেশ্বৰ সৰ্ব্বসাক্ষী, নিৰ্ব্বিকাৰ, সৰ্ব্বভূতাত্মা শ্ৰীভগৱানৰ আজ্ঞাত মই ব্ৰহ্মাণ্ড সৃষ্টি কৰোঁ ॥ ১৭ ॥

হে নাৰদ! ত্ৰিগুণাতীত সৰ্ব্বব্যাপী ভগৱানে সৃষ্টি, স্থিতি লয়ৰ কাৰণে, সত্ত্ব, ৰজ, আৰু তম গুণময়ী তেওঁৰ প্ৰকৃতিক মায়া শক্তি প্ৰদান কৰি চেতনা কৰে, আৰু এই অঘটন-ঘটন পটু মায়াৰ দ্বাৰা জীৱদেহৰ সৃষ্টি ৰূপ পঞ্চমহাভূত, তাৰ অধিষ্ঠাতা দেৱতা আৰু ইন্দ্ৰিয় এই সমস্ত সৃষ্টি কৰে। ভগৱানৰ অংশ নিত্যমুক্ত জীৱে সেই মায়িক দেহক আশ্ৰয় কৰে। এই অৱস্থাত মায়াই জীৱৰ স্বৰূপজ্ঞান আবৰণ কৰে, আৰু তিনি গুণেৰে

**স এষ ভগবাঁল্লিঙ্গৈস্ত্রিভিৰেতৈৰধোক্ষজঃ**
**স্বলক্ষিতগতিৰ্ব্ৰহ্মন্ সৰ্ব্বেষাং মম চেশ্বৰঃ ॥ ২০ ॥**
**কালং কৰ্ম্ম স্বভাবঞ্চ মায়েশো মায়য়া স্বয়া**
**আত্মন্ যদৃচ্ছয়া প্ৰাপ্তং বিবুভূষুৰুপাদদে ॥ ২১ ॥**
**কালাদ্গুণব্যতিকৰঃ পৰিণামঃ স্বভাবতঃ**
**কৰ্ম্মণো জন্ম মহতঃ পুৰুষাধিষ্ঠিতাদভূৎ ॥ ২২ ॥**

অন্বয়ঃ

অধোক্ষজঃ (প্ৰাকৃতবুদ্ধীন্দ্ৰিয়াগোচৰঃ শ্ৰীভগবান্) ২০। প্ৰাপ্তং (লীন প্ৰাপ্তং) বিবুভূষুঃ (বিবিধং ভবিতুমিচ্ছুঃ) ২১ ॥ জন্ম (আবিৰ্ভাবঃ অভূৎ) ২২।

অনুবাদ

জৰ পূৰ্ব কৰি বান্ধি আধ্যাত্মিক আধিদৈবিক, আৰু আধিভৌতিক এই তিনি তাপেৰে তাপিত কৰে। ১৮। ১৯ ॥

হে নাৰদ! এই তিনি গুণৰ দ্বাৰা আবৃত জীৱে যাৰ স্বৰূপ নিৰ্ণয় কৰিব নোৱাৰে সেই প্ৰাকৃত ইন্দ্ৰিয়ৰ অগোচৰ ভগৱানে সমস্ত জীৱৰ ঈশ্বৰ আৰু মোৰো নিৰন্তা। ২০ ॥ হে পুত্ৰ। শ্ৰীভগৱানে স্বযোগমায়া দ্বাৰা বহুৰূপে আত্মা প্ৰকাশ কৰিবাৰ মনেৰে মহাপ্ৰলয়ত, জীৱাত্মাত লীন প্ৰকৃতিক আৰু কাল, কৰ্ম্ম, স্বভাৱক অনুক্ৰমে স্বইচ্ছাই ব্যক্ত কৰিলে। ২১ ॥

মহতস্তু বিকুর্ব্বাণাদ্ রজঃ সত্ত্বোপবৃংহিতাৎ
তমঃ প্রধানস্ত্বভবদ্ দ্রব্যজ্ঞানক্রিয়াত্মকঃ ॥ ২৩ ॥
সোঽহঙ্কাৰ ইতি প্ৰোক্তো বিকুৰ্ব্বন্ সমভূৎ ত্ৰিধা
বৈকারিক স্তৈজসশ্চ তমসশ্চেতি যদ্ভিদা
দ্রব্যশক্তি ক্রিয়াশক্তিজ্ঞানশক্তি ৰিতি প্রভো ॥ ২৪ ॥
তামসাদপি ভূতাদে র্বিকুর্ব্বাণাদভূন্নভঃ।
অস্য মাত্রা গুণঃ শব্দো লিঙ্গং যদ্ দ্রষ্টৃ দৃশ্যয়োঃ ॥
নভসোঽথ বিকুর্ব্বাণাদভূৎ স্পর্শগুণোঽনিলঃ।
পৰান্বয়াচ্ছব্দবাংশ্চ প্রাণ ওজঃ সহো বলম্ ॥

অনুবাদ।

ঈশ্বৰৰ সৃষ্টি কাৰ্য্যৰ কাৰণে আবিভূৰ্ত কালশক্তিৰ প্রভাৱৰ পৰা, প্রকৃতিৰ চাঞ্চল্যতা জন্মে আৰু এই চাঞ্চল্যতা স্বভাৱৰ পৰা প্ৰকৃতিত লীন সত্ব, ৰজ আৰু তম গুণ উদ্ভব হয়। এই তিনিগুণ আৰু জীৱৰ পাপ-পুণ্য আদি কৰ্ম্ম ফলৰ পৰা মহত্তত্ত্ব আৰিৰ্ভাব হয়। ২২ ॥ কালক্ৰমে ৰজ আৰু সত্ত্বগুণৰ প্ৰভাৱত মহত্তত্ত্ব বৃদ্ধি আৰু আনন্দিত হয়। এই আনন্দ অংশৰ পৰা ভূত, ইন্দ্ৰিয় আৰু দেৱতাৰ সমষ্টি ৰূপ তমগুণ প্ৰধান অহঙ্কাৰ তত্ত্ব জন্মে, কিছু দিনৰ পাচত এই অহঙ্কাৰ এৰাঁ গাখীৰ দৈ হোৱাৰ সদৃশ বিকাৰ জন্মি তিনি ভাগে বিভাগ হয় এই সাত্বিক অহঙ্কাৰৰ পৰা দেৱতা, ৰাজসিক অহঙ্কাৰৰ পৰা ইন্দ্ৰিয় আৰু তামসিক অহঙ্কাৰৰ পৰা পঞ্চমহাভূত অনুক্ৰমে উৎপন্ন হয় ॥ ২৩। ২৪ ॥

বায়োৰপি বিকুৰ্ব্বাণাৎ কালকৰ্ম্মস্বভাবতঃ
উদপদ্যত বৈ তেজো ৰূপবৎ স্পৰ্শশব্দবৎ ॥ ২৫ ॥২৭॥
তেজসস্তু বিকুৰ্ব্বাণাদাসীদম্ভো ৰসাত্মকম্
ৰূপবৎ স্পৰ্শবচ্চাম্ভো ঘোষবচ্চ পৰ।...াৎ ॥ ২৮ ॥
বিশেষস্তু বিকুৰ্ব্বাণাদম্ভসো গন্ধবানভূৎ
পৰান্বয়াদ্ৰসস্পৰ্শ শব্দ ৰূপগুণান্বিতঃ ॥ ২৯ ॥
বৈকাৰিকাত্মনো জজ্ঞে দেবা বৈকাৰিকা দশ।
দিগ্বাতাৰ্কপ্ৰচেতোঽশ্বিবহ্নীন্দ্ৰোপেন্দ্ৰমিত্ৰকাঃ ॥ ৩০ ॥

অনুবাদ ঃ—

ঈশ্বৰৰ ইচ্ছায় দ্ৰব্যশক্তিময় তামস অহঙ্কাৰ বিকাৰ প্ৰাপ্ত হলে তাৰ পৰা আকাশ উৎপন্ন হয়। শব্দে আকাশৰ সূক্ষ্ম গুণ ॥ ২৫ । আকাশৰ পৰা সূক্ষ্ম স্পৰ্শগুণ আৰু শব্দগুণ থকা বায়ু জন্মে। দেহ ধাৰণশক্তি, ইন্দ্ৰিয়শক্তি, মনন শক্তি শৰীৰ শক্তি বায়ুৰ কৰ্ম্ম অৰ্থাৎ বায়ুৰ পৰা দেহ ধাৰণ আদি শক্তি জন্মে। কালকৰ্ম্ম আৰু স্বভাৱৰ সংযোগত বায়ু বিকাৰ প্ৰাপ্ত হলে সূক্ষ্ম ৰূপ বিশিষ্ট অগ্নি জন্মে। এই অগ্নিত স্পৰ্শ আৰু শব্দ কাৰণৰূপে প্ৰকাশ হয় ॥ ২৬।২৭ ।

অগ্নিৰপৰা সূক্ষ্মৰসময় জল জন্মে আৰু শ্ৰীভগৱানৰ ইচ্ছাত সৃষ্টি কাৰ্য্যৰ কাৰণে ৰূপ, স্পৰ্শ আৰু শব্দ এই জলত সংযোগ হয় ॥ ২৮ ॥ কালক্ৰমে জলত বিকাৰ ঘটিলে তাৰ পৰা সূক্ষ্মগন্ধগুনযুক্ত ক্ষিতি উৎপন্ন হয় আৰু সৃষ্টি কাৰ্য্যৰ

তৈজসাৎ তু বিকুৰ্ব্বাণাদিন্দ্ৰিয়াণি দশাভবন্
জ্ঞান শক্তিঃ ক্ৰিয়াশক্তি বুদ্ধিঃ প্ৰাণশ্চ তৈজসৌ ॥
শ্ৰোত্ৰং ত্বগ্ ঘ্ৰাণদৃগ্ জিহ্বা বাগ্ দোৰ্মেঢ্ৰাঙ্ঘ্ৰি
পায়বঃ ॥ ৩১ ॥
যদৈতেঽসঙ্গতা ভাবা ভূতেন্দ্ৰিয়মনোগুণাঃ
যদায়তননিৰ্ম্মাণে ন সেকুৰ্ব্ৰহ্মবিত্তম ॥ ৩২ ॥
তদা সংহত্য চান্যোন্যং ভগবচ্ছক্তিচোদিতাঃ
সদসত্ত্বমুপাদায় চোভয়ং সসৃজুৰ্হ্যদঃ ॥ ৩৩ ॥

### অন্বয়ঃ।

বিকুৰ্ব্বাণাৎ (বিক্ৰিয়মাণাৎ) দোঃ (পাণিঃ) ॥ ৩১ ॥ ব্ৰহ্ম বিত্তম (হে বেদাৰ্থ তত্ত্বজ্ঞ!) আয়তননিৰ্ম্মাণে (শৰীৰগঠনে) ॥ ৩২ ॥ চোদিতাঃ (প্ৰেৰিতাঃ তেভূতাদয়ঃ) উভয়ং (সমষ্টি-ব্যষ্ট্যাত্মকং) ॥ ৩৩ ॥

### অনুবাদ।

কাৰণে ঈশ্বৰৰ ইচ্ছাই ৰূপ, ৰস, আৰু স্পৰ্শ সেই ক্ষিতিত সংযোগ হয় ॥ ২৯ ॥ কালক্ৰমে বিকৃত সাত্ত্বিক অহঙ্কাৰৰ পৰা মন (চন্দ্ৰ) দিক বায়ু বৰুণ, অশ্বিনীকুমাৰ, অগ্নি, ইন্দ্ৰ, উপেন্দ্ৰ সূৰ্য্য আৰু প্ৰজাপতি এই দশজন ইন্দ্ৰিয়ৰ অধিষ্ঠাত্ৰী দেৱতা আবিৰ্ভূত হয় ॥ ৩০ ॥

ৰাজস অহঙ্কাৰৰ পৰা জ্ঞানশক্তিৰ সহিত বুদ্ধি, ক্ৰিয়াশক্তিৰ সহিত প্ৰাণ, চক্ষু, কৰ্ণ, নাসিকা, জিহ্বা আৰু ত্বক এই পঞ্চ

বর্ষপূগসহস্রান্তে তদণ্ডমুদকেশয়ম্
কালকর্ম্মস্বভাবস্থো জীবোঽজীবমজীবয়ৎ ॥ ৩৪ ॥
স এব পুরুষস্তস্মাদণ্ডং নির্ভিদ্য নির্গতঃ
সহস্রোর্ব্বঙ্ঘ্রিবাহ্বক্ষঃ সহস্রাননশীর্ষবান্ ॥ ৩৫ ॥

অনুবাদ

জ্ঞানেন্দ্রিয় আৰু বাক্, পাণি, পাদ, পায়ু, উপস্থ এই পঞ্চ কৰ্ম্মেন্দ্ৰিয় উৎপন্ন হয় ॥ ৩১ ॥ হে ব্ৰহ্মবিত্তম নাৰদ। এই পৃথিবী আদি ভূত, চক্ষু আদি ইন্দ্ৰিয়, মন আৰু সত্ত্ব আদি গুণ প্ৰথমে পৃথক, পৃথক ভাৱে থাকে গতিকে শৰীৰ গঠন নহয় ॥ ৩২ ॥

পাচত শ্ৰীভগৱানৰ ইচ্ছাত এই সমস্ত পৰস্পৰ মিলিত হৈ মুখ্য আৰু গৌণভাবে অবস্থিত হোৱাত সমষ্টি আৰু ব্যষ্টি দেহাত্মক এই ব্ৰহ্মাণ্ড গঠন হয় ॥ ৩৩ ॥ এই বস্তুতে লগলাগি এটা আৰু পৰস্পৰে পৰস্পৰত শক্তি আৰোপ কৰি ভিন্ন-ভিন্ন ৰূপে প্ৰকাশৰ স্বভাৱ থকা বিৰাট শৰীৰৰ মূল কাৰণ হিৰণ্যময় অণ্ড প্ৰথমে অচেতন ভাৱে কাৰণাৰ্ণবত থাকে; বহু বছৰৰ পাচত অন্তৰ্যামী পুৰুষে চৈতন্য শক্তি প্ৰদান কৰে ॥ ৩৪ ॥ আৰু এই অন্তৰ্যামী পুৰুষেই এই ব্ৰহ্মাণ্ড ভেদ কৰি সহস্ৰ হস্ত, সহস্ৰ চৰণ, সহস্ৰ বাহু, সহস্ৰ বদন আৰু সহস্ৰ মস্তকৰ সহিত ব্ৰহ্মাণ্ডৰ বাহিৰতো প্ৰকাশ হয়। এই সময়ৰ পৰা শ্ৰীভগৱান ব্ৰহ্মাণ্ডৰ অন্তৰত আৰু বাহিৰত প্ৰকাশ হয় ॥ ৩৫ ॥

**যস্যেহাবয়বৈর্লোকান্ কল্পয়ন্তি মনীষিণঃ**
**কট্যাদিভিৰধঃ সপ্ত সপ্তোৰ্দ্ধং জঘনাদিভিঃ ॥ ৩৬ ॥**
**পুৰুষস্য মুখং ব্ৰহ্ম ক্ষত্ৰমেতস্য বাহবঃ**
**উৰ্ব্বোৰ্বৈশ্যো ভগবতঃ পদ্ভ্যাং শূদ্ৰোব্যজায় ॥ ৩৭ ॥**
**ভূৰ্লোকঃ কল্পিতঃ পদ্ভ্যাং ভূবৰ্লোকোহস্য নাভিতঃ**
**হৃদা স্বৰ্লোক উৰসা মহৰ্লোকো মহাত্মনঃ ॥ ৩৮ ॥**

অন্বয়ঃ

জীবঃ ( হিৰণ্যগৰ্ভান্তৰ্যামিপুৰুষঃ ) অজীবং ( অচেতনং ) অজীবয়ৎ ( চেতয়ামাস ) ॥ ৩৪ ॥ অণ্ডং ( সমষ্টিশৰীৰাত্মকং অণ্ডং ) ॥ ৩৬ ॥

পদ্ভ্যাং ( চৰণতঃ কটি পৰ্য্যন্তাভ্যাং ) সনাতনঃ ( নিত্যঃ নতু সৃজ্যপ্ৰপঞ্চান্তৰ্ব্বৰ্ত্তী ) ব্ৰহ্মলোকঃ ( বৈকুণ্ঠঃ ) ॥ ৩৮ ॥

অনুবাদ ।

প্ৰথম সাধক যোগীসকলে যোগ ধাৰণা শিক্ষাৰ কাৰণে এই সহস্ৰশীৰ্ষ মহাপুৰুষৰ চৰণৰ পৰা কটি পৰ্য্যন্ত পাতাল আদি সপ্ত অধো লোক আৰু জঘনৰ পৰা মস্তক পৰ্য্যন্ত ভূঃ আদি সপ্ত উৰ্দ্ধ লোক কল্পনাকৰে ॥ ৩৬ ॥ এই পুৰুষৰ মুখত, ব্ৰাহ্মণ, বাহুত, ক্ষত্ৰিয়, উৰুত বৈশ্য, চৰণত শূদ্ৰ জন্মে। চৰণৰ পৰা কটি পৰ্য্যন্ত অবয়বত সপ্ত পাতালত ভূ লোক নাভিত ভুব লোক, হৃদিত স্ব লোক বক্ষ স্থলত মহলোক, গ্ৰীবাত জনলোক, স্তনত তপো লোক

গ্রীবায়াং জনলোকোঽস্য তপোলোকঃ স্তনদ্বয়াৎ
মূৰ্দ্ধভিঃ সত্যলোকস্তু ব্রহ্মলোকঃ সনাতনঃ ॥ ৩৯ ॥
তৎ কট্যাঞ্চাতলং কৢপ্তমূরুভ্যাং বিতলং বিভোঃ
জানুভ্যাং সুতলং শুদ্ধং জঙ্ঘাভ্যাং তুতলাতলম্ ॥
মহাতলন্তু গুল্‌ফাভ্যাং প্রপদাভ্যাং ৰসাতলম্
পাতালং পাদতলত ইতি লোকময়ঃ পুমান্ ॥ ৪১ ॥
ভূৰ্লোকঃ কল্পিতঃ পদ্ভ্যাং ভূবৰ্লোকোঽস্য নাভিতঃ
স্বৰ্লোকঃ কল্পিতো মূৰ্দ্ধ্না ইতি বা লোককল্পনা ॥ ৪২ ॥

ইতি শ্ৰীমদ্ভাগবতে মহাপুৰাণে পাৰমহংস্যাং সংহিতায়াং
বৈয়াসিক্যাং দ্বিতীয়স্কন্ধে মহাপুৰুষসংস্থানুবৰ্ণনং
নাম পঞ্চমোঽধ্যায়। ৫।

অন্বয়ঃ

প্ৰপদাভ্যাং (পাদাগ্ৰাভ্যাং) ইতি (অনয়াৰীত্যা) ॥ ৪০ ॥ ৪১ ॥

অনুবাদ।

মস্তকত সত্যলোক কল্পনা কৰে। এই সৃষ্ট ব্ৰহ্মাণ্ডৰ উপৰত সনাতন বৈকুণ্ঠ-লোক নিত্য বিৰাজিত ॥ ৩৭ ॥ ৩৯ ॥

এই মহা পুৰুষৰ কটিৰ অধত অতল, উৰুত-বিতল, জানুত পৰম পবিত্ৰ সুতল, জঙ্ঘাত তলাতল, গুলফত মহাতল, চৰণৰ অগ্ৰভাগত ৰসাতল আৰু পদ তলত পাতাল এই চতুৰ্দ্দশ ভুবনময় মহা পুৰুষত যোগীয়ে চিত্ত ধাৰণা কৰে। এই বিৰাট

ৰূপে বিৰাজিত পৰমমাত্মা শ্ৰীহৰিত চিত্ত ধাৰণা কৰিলে অতি শীঘ্ৰে চিত্ত নিৰ্ম্মল হয় ॥ ৪০ ॥ ৪১ ॥

কোনো কোনো সাধকে এই বিভুৰ চৰণৰ পৰা কটি পৰ্য্যন্তত ভূলোক নাভিত ভুৱ লোক আৰু মস্তকত স্বলোক কল্পনা কৰে ॥ ৪২ ॥

মহাযোগী ব্যাসদেৱৰ প্ৰণীত শ্ৰীমদ্ভাগৱত মহাপুৰাণ
সংহিতাৰ অন্তৰ্গত দ্বিতীয় স্কন্ধৰ মহাপুৰুষৰূপ
বৰ্ণন নামক পঞ্চম অধ্যায় সমাপ্ত ॥ ৫ ॥

# ষষ্ঠোঽধ্যায়ঃ ।

শ্রীব্রহ্মোবাচ ।

বাচাং বহ্নেমুখং ক্ষেত্ৰং ছন্দসাং সপ্তধাতবঃ
হব্যকব্যামৃতান্নানাং জিহ্বা সৰ্ব্বৰসস্য চ ॥ ১ ॥
সৰ্ব্বাসূনাঞ্চ বায়োশ্চ তন্নাসে পৰমায়ণে
অশ্বিনোৰোষধীনাঞ্চ ঘ্ৰাণো মোদপ্ৰমোদয়োঃ ॥ ২ ॥

অন্বয়ঃ ।

মুখং ( তস্য বিৰাট ৰূপিণঃ শ্ৰীভগবতঃমুখং ) সৰ্ব্বাসূনাং চ ( সৰ্ব্বজীবানাং প্ৰাণানাং ) পৰমায়ণে ( উত্তমক্ষেত্ৰে ) ॥ ১।২॥

অনুবাদ

ব্ৰহ্মাই কলে—[ ঋক্ বেদৰ পুৰুষ সূক্তত বৈৰাজ পুৰুষৰ বিভূতি যিৰূপ বৰ্ণন আছে সি এই আধ্যাত বৰ্ণনা হব ] হে নাৰদ ! সেই বিৰাট পুৰুষৰ মুখ সৰ্ব্ব জীৱৰ বাগিন্দ্ৰিয় আৰু বাক্যৰ অধিষ্ঠাত্ৰী দেৱতা অগ্নিৰ উৎপত্তি স্থান, ৰস ৰক্তাদি সপ্ত ধাতু গায়ত্ৰী আদি সপ্ত ছন্দৰ, জিহ্বা হব্য কব্য আৰু অমৃত নামক দেৱপিতৃ মনুষ্য লোকৰ অন্ন, মধুৰাদি ৰস আৰু ৰসৰ অধিষ্ঠাত্ৰী ( অধিপতি ) দেৱতা বৰুণৰ উৎপত্তি স্থান ॥ ১ ॥ সেই মহাপুৰুষৰ নাসাৰন্ধ্ৰ, জীৱ সকলৰ প্ৰাণ, প্ৰাণৰ অধিষ্ঠাত্ৰী দেৱতা বায়ু আৰু মহাবায়ুৰ, ঘ্ৰাণেন্দ্ৰিয় ধান্য আদি

ৰূপাণাং তেজসাং চক্ষুৰ্দিবঃ সূৰ্য্যস্য চাক্ষিণী
কৰ্ণৌ দিশাঞ্চ তীৰ্থানাং শ্ৰোত্ৰমাকাশশব্দয়োঃ ॥ ৩ ॥
তদ্ গাত্ৰং বস্তুসাৰাণাং সৌভগস্য চ ভাজনম্
ত্বগস্য স্পৰ্শবায়োশ্চ সৰ্ব্ব মেধস্য চৈব হি ॥ ৪ ॥
ৰোমন্যুদ্ভিজ্জজাতীনাং যৈৰ্বা যজ্ঞস্ত সম্ভৃতঃ
কেশশ্মশ্ৰুনখান্যস্য শিলালোহাভ্ৰবিদ্যুতাম্ ॥ ৫ ॥
বাহবো লোক পালানাং প্ৰায়শঃক্ষমকৰ্ম্মনাম্ ॥ ৬ ॥
বিক্ৰমো ভূভুৰ্বঃস্বশ্চ ক্ষেমস্য শৰণস্য চ
সৰ্ব্বকামবৰস্যাপি হৰেশ্চৰণ আস্পদম্ ॥ ৭ ॥

## অনুবাদ

ঔষধি তাৰ অধিষ্টাত্ৰীদেৱতা অশ্বিনী কুমাৰ আৰু গন্ধ গুণৰ উৎপত্তি স্থান ॥ ২ ॥

মহাপুৰুষৰ চক্ষু সমস্ত বস্তুৰ ৰূপ, ৰূপ প্ৰকাশক তেজৰ, চক্ষু গোলক স্বৰ্গলোক, তাৰ অধিপতি দেৱতা সূৰ্য্যৰ, কৰ্ণ দশোদিশ, কৰ্ণ ৰন্ধ্ৰ, আকাশ, আকাশৰ গুণ-শব্দৰ উৎপত্তি স্থান। শৰীৰ সমস্ত বস্তুৰ সাৰাংশ আৰু সৌন্দৰ্য্যৰ উৎপত্তি স্থান, ত্বক, স্পৰ্শ, বায়ু আৰু সমস্ত যজ্ঞৰ আশ্ৰয়, লোম বিলাক যজ্ঞীয় বৃক্ষ সমূহ, কেশ মেঘ, শ্মশ্ৰু, বিদ্যুৎ, নখ শিলা লোহা প্ৰভৃতি ধাতু দ্ৰব্যৰ উৎপত্তি স্থান ॥ ৩ ॥ ৫ ॥

বিৰাটৰ অসংখ্য বাহু পালন কৰ্ত্তা লোকপাল বিলাকৰ উৎপত্তি স্থান; ॥ ৬ ॥ মহাপুৰুষৰ চৰণ পৃথিবী আৰু স্বৰ্গৰ

অপাং বীর্য্যস্য সর্গস্য পর্জন্যস্য প্রজাপতেঃ
পুংসঃ শিশ্ন উপস্থস্তু প্রজাত্যানন্দনির্বৃতেঃ ॥ ৮ ॥
পায়ুর্যমস্য মিত্রস্য পৰিমোক্ষস্য নাৰদ।
হিংসায়া নিঋতের্মৃত্যোর্নিৰয়স্য গুদং স্মৃতম্ ॥ ৯ ॥
পৰাভূতেৰধৰ্ম্মস্য তমসশ্চাপি পশ্চিমঃ
নাড্যো নদনদীনাঞ্চ গোত্রাণামস্থি সংহিতঃ ॥ ১০ ॥
অব্যক্তৰসসিন্ধুনাং ভূতানাং নিধনস্য চ
উদৰং বিদিতং পুংসো হৃদয়ং মনসঃ পদম্ ॥ ১১ ॥
ধৰ্ম্মস্য মম তুভ্যঞ্চ কুমাৰাণাং ভবস্য চ
বিজ্ঞানস্য চ সত্ত্বস্য পৰস্যাত্মা পৰায়ণম্ ॥ ১২ ॥

অন্বয়ঃ

পৰিমোক্ষস্য ( মলত্যাগস্য ) নিৰয়স্য ( নৰকস্য) হিংসায়াঃ নিঋতেঃ ( অলক্ষ্যাং ) আস্পদং ( স্থানং ) ॥ ৯ ॥

অনুবাদ ॥

আশ্রয়, শৰণাগতৰ ৰক্ষক আৰু সৰ্ব্ব কামনা পূৰ্ণ কৰিবৰ স্থান ॥ ৭ ॥ জল, শুক্র, লোকসৃষ্টি, মেঘ, প্রজাপতি বিৰাটৰ লিঙ্গৰ পৰা জন্মিছে আৰু পুৰুষেন্দ্রিয় প্রজা সৃষ্টি ৰূপ আনন্দৰ উৎপত্তি স্থান ॥ ৮ ॥

হে নাৰদ ! সেই বিৰাট পুৰুষৰ গুহ্য ইন্দ্রিয়ৰ পৰা যম, মিত্র আৰু মলত্যাগৰ সৃষ্টি হৈছে, গুহ্যদেশ হিংসা, অলক্ষ্মী,

অহং ভবান্ ভবশ্চৈব ত ইমে মুনয়োঽগ্ৰজাঃ
সুৰাসুৰ নৰা নাগাঃ খগা মৃগসৰীসৃপাঃ ॥ ১৩ ॥
গন্ধৰ্ব্বাপ্সৰসো যক্ষা ৰক্ষো ভূতগণোৰগাঃ
পশৱঃ পিতৰঃ সিদ্ধা বিদ্যাধ্ৰাশ্চাৰণাদ্ৰুমাঃ ॥ ১৪ ॥
অন্যে চ বিবিধা জীৱা জলস্থলনভৌকসঃ
গ্ৰহৰ্ক্ষকে তৱস্তাৰাস্তড়িত স্তনয়িত্নৱঃ ॥ ১৫ ॥
সৰ্ব্বং পুৰুষ এবেদং ভূতং ভব্যং ভবচ্চ যৎ
তেনেদমাবৃতং বিশ্বং বিতস্তিমধিতিষ্ঠতি ॥ ১৬ ॥

অনুবাদ ঃ—

মৃত্যু আৰু নৰকৰ উৎপত্তি স্থান। পৃষ্ঠভাগ অধৰ্ম্ম, পৰাভৱ, আৰু অজ্ঞানৰ, নাড়ী সমূহ নদনদীৰ আৰু অস্থি সমূহ পৰ্ব্বতৰ উৎপত্তি স্থান। উদৰ অন্ন আনিৰ, বস সমুদ্ৰ আৰু প্ৰাণী সকলৰ নিধনৰ স্থান, হৃদয়ৰ পৰা সৰ্ব্বজীৱৰ লিঙ্গশৰীৰ উৎপন্ন হৈছে চিত্তৰ পৰা ধৰ্ম্মৰ অধিপতি, মোৰ, তোমাৰ, সনকাদি ঋষি সকলৰ ৰুদ্ৰৰ আৰু সমস্ত জীৱৰ চিত্ত জন্মিছে ॥ ৯ । ১২ ॥

হে নাৰদ! মই, তুমি ৰুদ্ৰ, তোমাৰ অগ্ৰজ সনক সনন্দ আদি আৰু মৰীচি আদি ঋষি সকল, সুৰ, অসুৰ, মনুষ্য, নাগ, পক্ষী, মৃগ, সৰ্প, গন্ধৰ্ব্ব, অপ্সৰ যক্ষ ৰক্ষ, পিশাচ, উৰগ, পিতৃগণ, সিদ্ধগণ, বিদ্যাধৰ চাৰণ বৃক্ষবিলাক, ইয়াত বাহিৰেও নানাজাতীৰ জলচৰ, স্থলচৰ, খেচৰ, প্ৰভৃতি প্ৰাণীসমূহ গ্ৰহ, নক্ষত্ৰ, কেতু, তাৰা, বিদ্যুৎ, মেঘ প্ৰভৃতি সমস্ত বস্তু

**স্বধিষ্ণ্যং প্রতপন্ প্রাণো বহিশ্চ প্রতপত্যসৌ
এবং বিৰাজং প্রতপংস্তপত্যন্তর্ব্বহিঃ পুমান্॥ ১৭ ৷
সোঽমৃতস্যাভয়স্যেশো মর্ত্ত্যমন্নং যদত্যগাৎ
মহিমৈষ ততো ব্রহ্মন্ পুরুষস্য দুৰত্যয়ঃ ॥ ১৮ ॥**

অন্বয় ঃ—

অসৌ প্ৰাণঃ ( সূৰ্য্যঃ ) স্বধিষ্ণ্যং ( নিজমণ্ডলং ) প্রতপন্ ( প্রকাশয়ন্ ) বহিঃ চ ( মণ্ডলাৎ বহিশ্চ ) প্রতপতি ( প্রকাশয়তি ) এবং ( তথা ) পুমান্ ( শ্ৰীভগবান্ ) বিৰাজং ( বিৰাজ্ দেহং ) প্রতপন্ প্রকাশয়ন্ ) অন্তৰ্বহিশ্চ ( ব্রহ্মাণ্ডমন্ত ৰ্বহিশ্চ ) তপতি ( প্রকাশয়তি ) ॥ ১৭ ॥ মৰ্ত্ত্যং ( মৰণ ধৰ্ম্মং ) অন্নং ( কৰ্ম্মফলং ত্ৰিলোক্যাদিৰূপং ) ॥ ১৮ ॥

অনুবাদ।

আন কি ভূত, ভবিষ্যত আৰু বৰ্ত্তমানে যি সমস্ত বস্তু আছে সেই বিলাক ভগৱানত কৰি পৃথক নহয় অৰ্থাৎ তেওঁৰে অৱয়ব আৰু বিভূতি। সেই ভগৱানে বিশ্বব্যাপী আছে কিন্তু সমস্তৰে হৃদয়ত বিশেষ ভাবে প্রকাশিত এতেকে ধ্যান কৰা মাত্ৰকে বিদিত হয়। তেওঁ ব্রহ্মাণ্ডৰ বাহিৰ বৈকুণ্ঠ ধামত দশাঙ্গুল পৰিমিত মুৰ্ত্তিৰে নিত্য বিৰাজিত ॥ ১৩ ॥ ১৬ ॥

সূৰ্য্যে নিজ মণ্ডল প্রকাশিত কৰি মণ্ডলৰ বাহিৰৰ স্থান বিলাককো আলোকিত কৰাৰ নিচিনা বৈকুণ্ঠ

পাদেষু সর্ব্বভূতানি পুংসঃ স্থিতি পদো বিদুঃ
অমৃতং ক্ষেমমভয়ং ত্রিমূর্দ্ধ্নোঽধায়ি মূর্দ্ধষু ॥ ১৯ ॥
পাদস্ত্রয়ো বহিশ্চাসন্নপ্রজানাং য আশ্রমাঃ
অন্তস্ত্রিলোক্যাস্ত্বপৰো গৃহমেধো বৃহদ্ব্রতঃ ॥ ২০ ॥
সৃতী বিচক্রমে বিশ্বঙ্ শাসনানসনে উভে
যদ বিদ্যা চ বিদ্যা চ পুরুষস্তূভয়াশ্রয়ঃ ॥ ২১ ॥

অন্বয়ঃ

বিশ্বঙ্ (বিশ্বব্যাপী) সাশনানশনে (ভোগাপৰ্গৰূপে) উভে সৃতী (প্রপঞ্চাপ্রপঞ্চে) বিচক্রমে (আক্রম্যস্থিতঃ) ॥ ২১ ॥

অনুবাদ।

পতি শ্রীভগৱানেও অন্তৰ্যামীৰূপে বিৰাট শৰীৰ আৰু ব্ৰহ্মাণ্ডৰ সমস্ত জীৱৰ অন্তৰ আৰু বাহিৰত থাকি সকলোকে চৈতন্য কৰি ৰাখিছে ॥ ১৭ ॥ সেই পৰমেশ্বৰ জন্ম, মৃত্যু, জৰা আদি হীন, অক্ষয়-অব্যয় পৰমানন্দ সুখৰ আধাৰ! নাৰদ! তেওঁৰ মায়াময় এই জগতে শৰীৰ কিন্তু জাগতীক ধৰ্ম্মৰ অতীত এই তেওঁৰ অপাৰ মহিমা ॥ ১৮ ॥

সৰ্ব্বভুবনময় শ্রীভগবানৰ এক পদত ভূঃ ভুবঃ স্বঃ লোক তাত সংসাৰী জীৱ সমূহ অবস্থান কৰিছে, আৰু বাকী তিনি পদত অৰ্থাৎ ক্রমমুক্তিৰ বিনাশী সুখ জন লোকত অবিনাশি সুখ, তপলোকত, দুঃখ লেশ মাত্রও নথকা সুখ সত্য লোকত বিহিত আছে ॥ ১৯ ॥ ব্ৰহ্মচাৰী

যস্মাদণ্ডং বিৰাড্ জজ্ঞে ভূতেন্দ্ৰিয়-গুণাত্মকঃ
তদ্ দ্ৰব্য মত্যগাদ্বিশ্বং গোভিঃ সূৰ্য্য ইবাতপন্ ॥ ২২

### শ্ৰীশাঙ্কৰি

শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম চাৰিয়ো বৰ্ণৰ ।
নিজ পিতৃ কৃষ্ণ মাত্ৰ সেব্য জগতৰ
হেনয় কৃষ্ণক এৰে যিটো মন্দমতি ।
অবশ্যকে মৰি সিটো যাইবে অধোগতি ॥
মায়াৰ স্ৰজনা ইটো ব্ৰহ্মাণ্ড যতেক ।
সমস্তে বিনাশ ময় কহিলো প্ৰত্যেক ॥
ব্ৰহ্মাণ্ডৰ বাজ সিটো কৃষ্ণৰ নগৰ ।
কদাচিতো নোহে নাশ জানা মুনিবৰ ॥
প্ৰপঞ্চৰ ভিতৰ নুহিকে সিটো স্থান ।
ভক্তৰ নিমিত্তে কৃষ্ণে কৰিছে নিৰ্ম্মাণ ॥
জ্ঞান কৰ্ম্ম যোগ যাগ তপস্যা আচৰে ।
কদাচিতো বৈকুণ্ঠক নযায় সিটো নৰে ॥
শ্ৰৱনে কীৰ্ত্তনে সুখে বৈষ্ণৱে পাৱয় ।
আৰু কৃষ্ণ কথা কহো শুনা মহাশয় । ২১॥

### অনুবাদ

প্ৰভৃতি একান্ত ভক্ত সকলে শ্ৰীভগবানৰ শ্ৰবণ আদি ভক্তিৰ বলত এই তিনি পাদৰ পৰমানন্দ উপভোগ কৰে গৈ আৰু

**যদাস্য নাভ্যান্নলিনাদহমাসং মহাত্মনঃ**
**নাবিদং যজ্ঞসম্ভাৰান্ পুৰুষাবয়বানৃতে ॥২৩**
**তেষু যজ্ঞস্য পশবঃ বনস্পতয়ঃ কুশাঃ**
**ইদঞ্চ দেবযজনং কালশ্চোৰু গুণান্বিতঃ ॥২৪**

### অন্বয়ঃ

যস্মাৎ অণ্ডং ভূত ইন্দ্রিয়-গুণাত্মকঃ বিৰাট্ জজ্ঞে আতপন্ সূৰ্য্যঃ ইব গোভিঃ তৎ দ্রব্যং বিশ্বং অত্যগাৎ ॥ ২২ ॥ যদা অস্য মহাত্মনঃ নাভ্যাৎ নলিনাৎ অহং আসং পুৰুষাবয়বাৎ ঋতে যজ্ঞ—সম্ভাৰান্ ন অবিদাং ॥ ২৩ ॥

### অনুবাদ

সংসাৰাশক্ত লোকে স্বৰ্গ মৰ্ত্ত্য আদি বিবিধ সুখ-দুখ ভোগ কৰে ॥ ২০ ॥ শ্রীভগবানে অবিদ্যা আৰু বিদ্যাৰ অৰ্থাৎ সকামী আৰু নিস্কামী ভক্তৰ প্রতি ভোগ আৰু অপবৰ্গ বিধান কৰিছে, তেওঁ কিন্তু উভয়ৰ অতীত ॥ ২১ ॥

### ভক্তি ৰসামৃত ॥

মহাপুৰুষ শ্রীশঙ্কৰ দেৱে সৃষ্টি লীলা বিষয় সংখ্যেপতে বৰ্ণনা কৰি পঞ্চম আধ্যা আৰু ষষ্ঠ আধ্যাৰ সাৰ মৰ্ম্ম এই উপৰত দিয়া পদ প্রকাশ কৰিছে। সৃষ্টি লীলা বিষয়ক অৰ্থ মহা পুৰুষৰ মৰ্ম্মানুসাৰে লিখা হৈছে গ্রন্থ বাহুল্যক ভয়ে সম্পূৰ্ণে পদ বিলাক তুলি দিয়া নহল ॥২১॥

**বস্তন্যোষধয়ঃ স্নেহা ৰসলোহমৃদো জলম্**
**ঋচো যজূংষি সামানি চাতুৰ্হোত্ৰঞ্চ সত্তম ॥২৫**
**নামধেয়ানি মন্ত্ৰাশ্চ দক্ষিণাশ্চ ব্ৰতানি চ**
**দেৱতানুক্ৰমঃ কল্পঃ সঙ্কল্পস্তন্ত্ৰমেৱ চ ॥২৬**

## অনুবাদ

সেই পুৰুষোত্তম ভগবানৰ পৰাই ব্ৰহ্মাণ্ড, ভূত-ইন্দ্ৰিয়ৰ আৰু গুণময় বিৰাট দেহ উৎপত্তি হৈছে। তেওঁ বৈকুণ্ঠ পুৰত থাকি-সূৰ্য্যৰ সদৃশ স্বদেহৰ জ্যোতিৰে ব্ৰহ্মাণ্ড আৰু বিৰাট পুৰুষক চৈতন্য কৰি ৰাখিছে॥ ২২ ॥ হে নাৰদ! মই এই বিৰাট পুৰুষৰ অন্তৰ্যামী শ্ৰীনাৰায়ণৰ নাভি কমলৰ পৰা জন্মিই, তেওঁক আৰাধনা কৰিবলৈ তেওঁৰ অঙ্গ প্ৰত্যঙ্গত বাহিৰে একো সম্ভাৰ নাপাই আকুলিত হৈছিলোঁ।। ২৩ ॥

অনন্তৰ সেই আৰাধ্য দেৱতাৰ কৃপাতে [ গঙ্গাৰ তীৰলৈ গৈ গঙ্গাৰ জলেৰে গঙ্গাক পূজাকৰাদি ] যজ্ঞেশ্বৰ হৰিক উপাসনা কৰিবৰ কাৰণে তেওঁৰ শৰীৰৰ পৰাই যজ্ঞৰ উপদেৱতা কাষ্ঠ, কুশ, যজ্ঞ ভূমি, বসন্ত আদি কাল, যজ্ঞৰ পাত্ৰ, ধান আদি শস্য, ঘৃত আদি স্নেহ বস্তু, মধুৰ আদিৰস, স্বৰ্ণ আদি ধাতু, মৃত্তিকা, জল, ঋক, যজু, সাম। হোতা, উদ গাতা, ব্ৰহ্মা অধ্বৰ্য্য আদি নাম, দক্ষিণা, মন্ত্ৰ, বিধি সঙ্কল্প, আচৰণৰ পদ্ধতি বিষ্ণু লোক, ব্ৰহ্ম লোক আদি স্থান, ধ্যান, প্ৰায়শ্চিত্ত আৰু সমৰ্পণ প্ৰভৃতি সমস্ত যজ্ঞৰ সামগ্ৰী সংগ্ৰহ কৰিছিলো

গতয়ো মতয়শ্চৈব প্ৰায়শ্চিত্তং সমৰ্পণম্
পুৰুষাবয়বৈৰেতে সম্ভাৰাঃ সম্ভৃতাময়া ॥২৭॥
ইতি সম্ভৃতসম্ভাৰঃ পুৰুষাবয়বৈৰহম্ ।
তমেব পুৰুষং যজ্ঞং তেনৈবাযজমীশ্বৰম্ ॥২৮॥
ততস্তে ভ্ৰাতৰ ইমে প্ৰজানাং পতয়ো নব
অযজন্ ব্যক্তমব্যক্তং পুৰুষং সুসমাহিতঃ ॥২৯
ততশ্চ মনবঃ কালে ঈজিৰে ঋষয়োঽপৰে
পিতৰো বিবুধা দৈত্যা মনুষ্যাঃ ক্ৰতুভিৰ্বিভুম্ ॥৩০॥
নাৰায়ণে ভগবতি তদিদং বিশ্বমাহিতম্
গৃহীত মায়োৰুগুণঃ স্বৰ্গদাবগুণঃ স্বতঃ ॥৩১
সৃজামি তন্নিযুক্তোঽহং হৰোহৰতিতদ্বশঃ
বিশ্বং পুৰুষৰূপেণ পৰিপাতি ত্ৰিশক্তিধৃক্ ॥৩২

অন্বয়ঃ

স্বতঃ অগুণঃ মায়য়া উৰুগুণঃ সৰ্গাদৌ গৃহতঃ তৎ ভগবতি নাৰায়ণে ইদং বিশ্বং আহিতং তেন নিযুক্তঃ অহং সৃজামি তেন বশঃ হৰঃ হৰতি ত্ৰিশক্তি ধৃক্ পুৰুষৰূপেণ বিশ্বং পৰিপাতি ॥ ৩১ ॥ ৩২ ॥

অনুবাদ

হে নাৰদ! সামগ্ৰী সকলৰ দ্বাৰা সেই যজ্ঞ পুৰুষক অৰ্চ্চনা কৰিছিলোঁ॥ ২৪ ॥ ২৮ ॥ অনন্তৰ মৰীচি প্ৰভৃতি তোমাৰ নজন ভাতৃয়ে সমাহিত চিত্তে গুৰু অতিথি আদি ৰূপে

ইতি তেঽভিহিতং তাত যথেদমনুপৃচ্ছসি
নান্যদ্ভগবতঃ কিঞ্চিদ্ভাব্যং সদসদাত্মকং ॥৩৩।
ন ভাৰতী মেঽঙ্গমৃষোপলক্ষতে নবৈ
ক্বচিন্মে মনসোমৃষাগতিঃ
নমে হৃষীকাণি পতন্ত্যসৎপথে
হৃদৌৎকণ্ঠবতাধৃতো হৰিঃ ॥ ৩৪ ॥

অনুবাদ

ব্যক্ত আৰু পৰমাত্মাৰূপে অব্যক্ত পৰম [illegible] অৰ্চ্চনা কৰে তাৰ পাছত বৈবস্বত আদি চতুৰ্দ্দশ মনু, ঋষি, দেৱতা, পিতৃ, দৈত্য আৰু মনুষ্য এই সকলে অনুক্ৰমে যজ্ঞ পুৰুষক নানা যজ্ঞৰ দ্বাৰা যজনা কৰে ।। ২৯।৩০।।

শ্ৰীভগৱানে গুণাতীত হৈও বিশ্বৰ সৃষ্টি স্থিতি আৰু লয়ৰ কাৰণে ত্ৰিগুণা মায়াক গ্ৰহণ কৰে ( অৰ্থাৎ সৃষ্টি কাৰ্য্যৰ কাৰণে মায়াশক্তিক চেতনা কৰি তাৰ দ্বাৰা জগৎ সৃষ্টি কৰে ) এতেকে নাৰায়ণেই বিশ্বৰ প্ৰথম স্ৰষ্টা ।। ৩১ ।। সৃজন পালন আৰু সংহাৰ শক্তিশালী শ্ৰীকৃষ্ণৰ আদেশে পাছত মই স্ৰজোঁ, হৰে হৰণ কৰে আৰু তেওঁৱে বিষ্ণুৰূপে পালন কৰে ।। ৩২ ।।

হে পুত্ৰ ! তুমি মোক যি প্ৰশ্ন কৰিছিলা, সেই সকল প্ৰশ্নৰ উত্তৰ দিলো । স্থূল আৰু সূক্ষ্ম সমস্ত বস্তুৱে ভগৱানত কৈ ভিন্ন নহয় ।। ৩৩ ।। হে নাৰদ ! মই পৰম ভক্তিসহকাৰে শ্ৰীকৃষ্ণৰ চৰণ ধ্যান কৰিছিলোঁ । সেই ধ্যানৰ প্ৰভাৱতে মোৰ

সোঽহং সমাম্নাশময়স্তপোময়ঃ
প্ৰজাপতীনামভিবন্দিতঃ পতিঃ
আস্থায় যোগং নিপুণং সমাহিতস্তং
নাধ্যগচ্ছং যত আত্মসম্ভবঃ॥৩৫॥
নতোঽস্ম্যহং তচ্চৰণং সমীয়ুষাং
ভবচ্ছিদং-স্বস্ত্যয়নং সুমঙ্গলং।
যো হ্যাত্মমায়াবিভবঞ্চ পর্য্যগাদ্
যথা নভস্বন্ত-মথাপৰে কুতঃ ৩৬॥

অনুবাদ

মুখত কেতিয়াও মিছা কথা নোলায়। মনে শ্ৰীহৰিৰচৰণ ধ্যানত বাহিৰে অসৎ বস্তুৰ চিন্তানকৰে আৰু ইন্দ্ৰিয় বিলাকো কুপথে নাযায় ॥ ৩৪ ॥

হে নাৰদ ! যি বেদ পাঠ কৰি পৰমজ্ঞান লাভকৰে সেই বেদ প্ৰথমে মোৰ মুখৰ পৰা বাহিৰ হৈছিল। মই তপস্যাত সিদ্ধিলাভ কৰিছোঁ, প্ৰজাপতি সকলেও মোক সেৱা কৰি থাকে, মই এনে উত্তম হৈও, একান্ত চিত্তে যাক উপাসনা কৰি আছোঁ সেই মোৰ জন্ম দাতা পৰমপিতা ভগৱানৰ মহিমা এতিয়াও সম্পূৰ্ণে বুজানাই ! আন কোনো বুজিব ? ॥৩৫॥

আকাশে আকাশৰ সীমা স্থিৰ কৰিব নোৱাৰাদি আনৰ কথা দূৰে থাকক, সেই মায়াপতি শ্ৰীভগৱানেই স্ব মায়া বৈভবৰ ( স্বমহিমাৰ ) অন্ত পাইছেনে নাই সন্দেহ।

নাহং নযূয়ং যদৃতাং গতিং
বিদুন' বামদেবঃ কিমুতাপৰে সুৰাঃ
তন্মায়য়া মোহিত বুদ্ধয়স্ত্বিদং
বিনির্ম্মিতঞ্চাত্মসমং বিচক্ষ্মহে ॥৩৭
যস্যাবতাৰ কর্ম্মাণি গয়ান্তি হ্যস্মদাদয়ঃ
ন যং বিদন্তি তত্ত্বেন তস্মৈ ভগবতে নমঃ ॥৩৮।

অন্বয়ঃ

বামদেবঃ ( শ্ৰীৰুদ্ৰঃ ) যস্য ঋতাং গতিং ( পৰমাৰ্থ স্বৰূপং ) ন বিদুঃ অপৰে সুৰাঃ কিমুত। যন্মায়য়া বিনির্ম্মিতং ইদং ( জগৎ ) মোহিত বুদ্ধয়ঃ ( বয়ং ) আত্মসমং বিচক্ষ্মহে ॥ ৩৭ ॥

অনুবাদ

পুত্ৰ ! মই সেই শৰনাগতৰ ভৱবন্ধ মোচনকাৰী, স্বপ্ৰেম ভক্তি আৰু মঙ্গলদাতা শ্ৰীহৰিৰ চৰণ ধ্যান কৰি—প্ৰণিপাত কৰি—মধুৰ মূৰ্ত্তিৰ সৌন্দৰ্য্য আৰু মহিমা সুমৰণ কৰি আত্ম হাৰা । হৈ আছোঁ ॥ ৩৬ ॥ মই, তুমি আদি ঋষি সকল আৰু মহাদেৱেও যেতিয়া তেওঁৰ মহিমা বুজিবৰ অক্ষম, তেন্তে ইন্দ্ৰ আদি দেৱতা সকলেনো কি বুজিবৰ ? সকলোৱে তেওঁৰ মায়াত মোহিত হৈ এই মায়িক স্ব স্ব বুদ্ধি অনুসাৰে এই প্ৰপঞ্চৰ ( মায়িক জগতৰ ) স্বৰূপ আৰু তত্ত্ব নিৰ্দ্ধাৰণ কৰে ॥ ৩৭ ॥

**সএষ আদ্যঃ পুৰুষঃ কল্পে কল্পে সৃজত্যজঃ**
**অস্থাত্মন্যাত্মনাত্মানং স সংযচ্ছতি পাতি চ ॥৩৯**
**বিশুদ্ধং কেবলং জ্ঞানং প্রত্যক্ সম্যগবস্থিতম্**
**সত্যং পূর্ণমনাদ্যন্তং নিগুর্ণং নিত্যমদ্বয়ম্ ॥৪০।**

**অন্বয়**

অস্মদাদয়ঃ যস্য আবতাৰকৰ্ম্মাণি গায়ন্তি যং তত্ত্বেন হি ন বিদন্তি তস্মৈ ভগবতে নমঃ ॥৩৮ ॥ সঃ এষঃ আদ্যঃ পুৰুষঃ অজঃ কল্পে আত্মা আত্মনি আত্মনা আত্মনং সৃজতি পাতি সংযচ্ছতি ॥ ৩৯ ॥

অনুবাদ

আমি যাৰ স্বৰূপ তত্ত্ব লেশ মাত্ৰ বুজিব নোৱাৰি, কেৱল অৱতাৰ লীলাকথা কীৰ্ত্তন কৰি থাকোঁ সেই পৰম তত্ত্ব ভগৱান শ্ৰীকৃষ্ণৰ চৰণত মই প্ৰণাম কৰি আছোঁ ॥ ৩৮ ॥ সেই সৰ্ব্বকাৰণ কাৰণ আদি পুৰুষ, জন্ম মৃত্যু আদি হীন শ্ৰীকৃষ্ণই প্ৰতি কল্পে স্ব শক্তিৰ প্ৰভাৱৰে আপোন আত্মাত সমস্ত ব্ৰহ্মাণ্ডক আৰু জীৱ সকলক সৃজন কৰে, পালন কৰে সংহাৰ কৰে । ৩৯ ।।

হে নাৰদ ! যিসকল মুনিৰ দেহ ইন্দ্ৰিয় আৰু মন শ্ৰীভগৱানত অৰ্পিত সেই প্ৰশান্ত ময় সাধক সকলে শ্ৰৱণ কীৰ্ত্তন আদি ভক্তিৰে অবিদ্যাৰ সম্বন্ধ হীন বৃদ্ধি ক্ষয় ৰহিত,

**ঋষে বিদন্তি মুনয়ঃ প্রশান্তাত্মেন্দ্রিয়াশয়াঃ**
**যদা তদেবাসত্তর্কৈস্তিরোধীয়েত বিপ্লুতম্ ॥৪১॥**
**আদ্যোঽবতারঃ পুরুষঃ পরস্য কালঃ সভাবঃ সদসন্মনশ্চ**
**দ্রব্যংবিকারোগুণ ইন্দ্রিয়াণি**
**বিরাট্‌স্বরাট্‌স্থাস্নু চরিষ্ণু ভূম্নঃ ॥৪২॥**

অন্বয়ঃ

ঋষে ! প্রশান্তা আত্মেন্দ্রিয়াঃ আশয়াঃ মুনয়ঃ বিশুদ্ধং কেবলং আত্মান ( সর্ব্বান্তরং ) সম্যক্ অবস্থিতং পূর্ণং অনাদ্যন্তং নির্গুণং নিত্যং অদ্বয়ং জ্ঞানং বিদন্তি যদা অসৎ তর্কৈঃ বিপ্লুতং তং তিরোধীয়েত ॥ ৪০ ॥ ৪১ ॥

শ্রীশাঙ্করী

প্রকৃতিক কতাক্ষতে করে সচেতন ।
যাবলীলাতনু জলশায়ি নারায়ণ
তাঙ্কবুলি পরম পুরুষ মুনিবর ।
আদ্য অবতার কৈলো বৈকুণ্ঠ নাথর ॥ ৪২ ॥

অনুবাদ

সর্ব্বাত্মা, সর্ব্বব্যাপী সত্য, পরিপূর্ণ, আদি অন্ত শূন্য নির্গুণ, নিত্য, অদ্বিতীয়, স্বপ্রকাশ পরমানন্দ ঘন মূর্ত্তি শ্রীভগবানর স্বরূপ তত্ত্ব জানে, ভক্তিহীন তার্কিক সকলে তর্কর দ্বারা এই পরমতত্ত্বর গন্ধকে নাপায় ॥ ৪০ ॥ ৪১ ॥

অহং ভবো যজ্ঞ ইমে প্ৰজেশাদক্ষাদয়ো যে ভবদাদয়শ্চ
স্বৰ্লোকপালাঃখগলোকপালানৃ-
লোকপালাস্তললোক পালাঃ ॥৪৩।
গন্ধৰ্ব্ববিদ্যাধৰচাৰণেশা যে যক্ষৰক্ষোৰগনাগনাথাঃ
যেবাঋষীণামৃষভাঃ পিতৃণাং
দৈত্যেন্দ্ৰসিদ্ধেশ্চৰদানবেন্দ্ৰাঃ
অন্যে চ যে প্ৰেতপিশাচভূত
কুষ্মাণ্ডযাদোমৃগপক্ষ্যধীশাঃ ॥ ৪৪ ॥
যৎ কিঞ্চলোকে ভগবন্মহস্বদোজঃসহস্বদ্বলবৎ ক্ষমাবৎ
শ্ৰীহ্ৰীবিভূত্যাত্মবদদ্ভুতাৰ্ণং তত্ত্বং
পৰং ৰূপবদস্বৰূপম্ ॥ ৪৫ ॥

অনুবাদ

সেই ভগৱানৰ শ্ৰীকৃষ্ণৰ আদ্য অৱতাৰ—প্ৰকৃতিৰ প্ৰবৰ্ত্তক প্ৰথম পুৰুষ শ্ৰীনাৰায়ণ, দ্বিতীয় অৱতাৰ—কাল স্বভাৱ, কাৰ্য্য কাৰণ ৰূপা প্ৰকৃতি মহত্তত্ত্ব পঞ্চ মহাভূত, অহঙ্কাৰ সত্ত্ব আদি ত্ৰিগুণ, ইন্দ্ৰিয় এই ত্ৰিলোকৰ সংযোগত বি বিৰাট পুৰুষ ভগৱান তৃতীয় অৱতাৰ—সমস্ত জীৱৰ অন্তৰ্যামী হিৰণ্যগৰ্ভ ভগৱান ॥ ৪২ ॥

হে নাৰদ! মই—ব্ৰহ্মা, বিষ্ণু, মহাদেৱ গুণ অৱতাৰ। দক্ষ আদি প্ৰজাপতি, তুমি আদি ঋষি সমূহ, স্বৰ্গ, পৃথিৱী,

প্ৰাধান্যতো যানৃষ আমনন্তি
লীলাৱতাবান্ পুৰুষস্য ভূম্নঃ
আপীয়তাং কৰ্ণকষায়শোষান্
অনুক্ৰমিষ্যে ত ইমান্সুপেশান্ ॥ ৪৫ ॥

ইতি শ্ৰীমদ্ভাগবতে মহাপুৰাণে পাৰমহংস্যাং সংহিতায়াং বৈয়াসিক্যং দ্বিতীয়স্কন্ধে ব্ৰহ্মনাৰদ সংবাদে পুৰুষবিভূতিবৰ্ণনং নাম যষ্ঠোধ্যায়ঃ ॥ ৬ ॥

অন্বয়ঃ

ঋষে ভূম্নঃ পুৰুষস্য যান্ লীলাবতাৰান্ প্ৰাধান্যতঃ আমন্তি ইমান্ (তান্) সুপেশান্ (মনোহৰ) লীলানিত্যৰ্থঃ) তে অনুক্ৰমিষ্যে দৰ্ন কষায় শোষান্ আপীয়তাং ॥ ৪৬ ॥

অনুবাদ

আৰু পাতালৰ অধিপতি সকল আবেশ অৱতাৰ। গন্ধৰ্ব্ব, বিদ্যাধৰ, চাৰণ, যক্ষ, ৰক্ষ, নাগ, পিতৃলোক, দৈত্য দানব, আৰু সিদ্ধেশ্বৰ এই সকলৰ অধিপতি সকল অংশ অৱতাৰ। প্ৰেত পিশাচ, ভুত, কুষ্মাণ্ড, জলচৰ, বনচৰ, খেচৰ এই বিলাকৰ অধিপতি সকল ঐশ্বৰ্য্য জগতত যি সমস্ত বস্তু ঐশ্বৰ্য্য, তেজ বীৰ্য্য, বল, ক্ষমা, শোভা, লজ্জা, সম্পদ, আৰু বুদ্ধিমান আশ্চৰ্য্য মূৰ্ত্তিধাৰী, আন কি সাকাৰ, নিৰাকাৰ যত বস্তু আছে সকলো শ্ৰীভগৱানৰ বিভূতি ॥ ৪৩ ॥ ৪৫ ॥

## শ্ৰীশাঙ্কৰি

এহি বুলি প্ৰেমে বধি কহিবাক লৈলা
পাঞ্চ ছয় দুই অধ্যায়ৰ কথা গৈলা ।৫।৬।

চতুৰ্থ আধ্যাত পৰীক্ষিতে শ্ৰীভগবানৰ সৃষ্টি স্থিতি আদি লীলা আৰু জীৱ ঈশ্বৰৰ সম্বন্ধ কি ? এই প্ৰশ্ন কৰিছিল। তাৰ উত্তৰত শ্ৰীশুকদেৱে ব্ৰহ্মা আৰু নাৰদৰ সংবাদ অনুসাৰে পঞ্চম আধ্যাৰ পৰা ষষ্ঠ আধ্যা পৰ্য্যন্ত এই সৃষ্টাদি হৰিলীলা বৰ্ণনা কৰিলে সপ্তম আধ্যাত শ্ৰীহৰিৰ মৎস্য, কূৰ্ম্মাদি অৱতাৰ-লীলা বৰ্ণনা কৰিল। এই দুই আধ্যাৰ তাৎপৰ্য্য মহাপুৰুষে লিখিছে—যত দেখা চৰাচৰ, হৰিময় নিৰন্তৰ, হৰিৰ পৃথক কেহো নোহে। যি জন ভকতি হীন সি দেখে হৰিক ভিন্ন হৰিৰ মায়াই তাক মোহে ॥ এই সৃষ্টি আদি লীলা ৰহস্য আৰু ঐশ্বৰ্য্য বিভূতিৰ সহিত শ্ৰীভগবানৰ মহিমা যি লোকে বুজে আৰু ভক্তি কৰে তেওঁ শ্ৰীভগবানৰ অতি প্ৰিয়তম ভক্ত— " ঐশ্বৰ্য্য বিভূতি বলে সমে, জানে যিটো মোক নৰোত্তমে, সিও ভৈল মোৰ ময়ো, ভৈলো তান বশ্য"—ঘোষা। "এহি বুলি প্ৰেমে বিধি কহিবাক লৈলা পাঞ্চ চয় দুই অধ্যাযৰ কথা গৈলা" ।। ২১ ॥ ৪৬ ॥

### অনুবাদ

হে নাৰদ অৱতাৰা স্বয়ং শ্ৰীভগৱানৰ যি সকল মৎস্য

## অনুবাদ

কুর্ম্ম প্রভৃতি লীলা অৱতাৰ কথা তত্বজ্ঞ সকলে কীৰ্ত্তন কৰি পৰম আনন্দ সাগৰত মগ্ন হৈ থাকে সেই পৰম মনোহৰ অৱতাৰকথা তোমাৰ আগত কীৰ্ত্তন কৰোঁ, তুমি সেই কৰ্ণমল নাশক লীলা কথা একান্ত মনে শ্ৰৱণ কৰা ॥ ৪৬ ॥

মহাযোগী ব্যাসদেৱৰ প্ৰণীত শ্ৰীমদ্ভাগৱত মহাপুৰাণ
সংহিতাৰ অন্তৰ্গত দ্বিতীয় স্কন্ধৰ ষষ্ঠ
আধ্যা সমাপ্ত ॥ ৬ ॥

---

## সপ্তমোঽধ্যায়ঃ ॥

ব্রহ্মোবাচ।

যত্রোদ্যতঃ ক্ষিতিতলোদ্ধৰনায় বিভ্ৰৎ
ক্ৰৌড়ীং তনুং সকল যজ্ঞ ময়ীমনন্তঃ
অন্তৰ্ম্মহাৰ্ণৱ উপাগতমাদিদৈত্যং
তং দংষ্ট্ৰয়াদ্ৰিমিব বজ্ৰধৰো দদাৰ ॥ ১
জাতো ৰুচেৰজনয়ৎ সুযমান্ সুযজ্ঞ
আকূতিসূনুৰমৰানথ দক্ষিণায়াম্
লোকত্ৰয়স্য মহতীমহৰদ্যদাৰ্ত্তিং,
স্বায়ম্ভূবেন মনুনা হৰিৰিত্যনুক্তঃ ॥ ২ ॥

অনুবাদ

ব্ৰহ্মাই কলে হে নাৰদ! অনন্ত মহিমাশালী ভগবান শ্ৰীকৃষ্ণই প্ৰলয়ৰ জলত তল যোৱা পৃথিবীক উদ্ধাৰ কৰিবৰ কাৰণে যজ্ঞৰ সামগ্ৰী ৰূপ দিব্য বৰাহ মূৰ্ত্তি ধাৰণ কৰিছিল আৰু ইন্দ্ৰে যি স্বৰূপে বজ্ৰৰ দ্বাৰা পৰ্ব্বতক চূৰ্ণাকৃত কৰিছিল সেই স্বৰূপে দন্তৰ আঘাতৰ দ্বাৰা সমুদ্ৰৰ মধ্যত উপস্থিত আদি দৈত্য হিৰণ্যাক্ষৰ বক্ষস্থল বিদীৰ্ণ কৰিছিল ॥ ১ ॥

প্ৰজাপতি ৰুচিৰ ঔৰসে আকূতিৰ গৰ্ভত সুযজ্ঞ নামে

জজ্ঞে চ কর্দ্দমগৃহে দ্বিজ দেবহূত্যাং
স্ত্রিভিঃ সমং নবভিরাত্মগতিং স্বমাত্রে
উচে যয়াত্মশমলং গুণসঙ্গপঙ্কমস্মিন্
বিধূয় কপিলস্য গতিং প্রপেদে ॥ ৩ ॥
অত্রেরপত্যমভিকাঙ্ক্ষত আহ তুষ্টো দত্তো
ময়াহমিতি যদ্ভগবান্ স দত্তঃ
যৎপাদপঙ্কজপরাগপবিত্রদেহা যোগর্দ্ধি মাপুরুভয়ীং
যদুহৈহয়াদ্যাঃ ॥ ৪ ॥

অন্বয়ঃ

দ্বিজ ! নবভিঃ স্ত্রিভিঃ সমং কর্দ্দমগৃহে দেবহূত্যাং জজ্ঞে চ স্বমাত্রে আত্মগতিং উচে যথা অস্মিন্ আত্মশমলং গুণসঙ্গপঙ্কং বিধূয় কপিলস্য গতিং প্রপেদে ( প্রাপ্তবতী ) ॥ ৩ ॥

অনুবাদ

অৱতাৰ হৈ স্বভাৰ্য্যা দক্ষিণাৰ গৰ্ভত সুযম নামক এদল দেৱতা উৎপাদন কৰে। এই দেৱতাগনক সহায় লৈ স্বায়ম্ভুব মনুৰ দিনত তেওঁ নিজে ইন্দ্ৰ হৈ ত্ৰিজগতৰ দুঃখ নিবাৰণ কৰে। মনুৱে এই কাৰ্য্যত সন্তোষিত হৈ তেওঁৰ হৰি নাম দিছিল ॥ ২ ॥ তেওঁ কৰ্দ্দমৰ ভাৰ্য্যা দেৱহূতিৰ গৰ্ভত নজনী ভনীৰ সহিত কপিলৰূপে অৱতাৰ হৈ দেৱহূতিক জীৱ আৰু ঈশ্বৰৰ মৰ্ম্ম বুজাই দিয়ে।

তপ্তং তপো বিবিধলোক সিসৃক্ষয়া মে
আদৌ সনাৎ স্বতপসঃস চতুঃসনোঽভূৎ।
প্রাক্কল্পসং প্লববিনষ্টমিহাত্মতত্ত্বং
সম্যগ্ জগাদ মুনয়ো যদচক্ষতাত্মন্ ॥ ৫।
ধর্মস্য দক্ষদুহিতর্য্যজনিষ্ট মূর্ত্ত্যাং
নারায়ণো নর ইতি স্বতপঃ প্রভাবঃ
দৃষ্ট্বাত্মনো ভগবতো নিয়মাবলোপং
দেব্যস্ত্বনঙ্গপৃতনা ঘটিতুং ন শেকুঃ ॥৬।

অনুবাদ

এই সাংখ্য যোগ শুনিই দেৱহূতি বিষ্ঠা ত্যাগ কৰাদি পাপময় দেহ ইন্দ্ৰিয় আদিৰ আসক্তি ত্যাগ কৰি, এই জন্মতে শ্ৰীকৃষ্ণৰ চৰণ লাভ কৰিছিল, অৰু অন্তে পৰম্পদ বৈকুণ্ঠ পুৰত স্থিতি হৈছে ॥ ৩ ॥

শ্ৰীভগবানে পুত্ৰকামী অত্ৰি মুনিৰ তপস্যাত সন্তুষ্ট হৈ আপোনাক দানকৰে ( "মই তোমাৰ পুত্ৰ ৰূপে অবতাৰ হম" এই বৰ দিয়ে পাচত অত্ৰিৰ পুত্ৰ ৰূপে জন্মে সেই কাৰণে এই অৱতাৰৰ নাম দত্তাত্ৰেয় তেওঁৰ পাদপঙ্কজৰ ৰেণুৰে শৰীৰ পবিত্ৰ কৰি যদু অলর্ক, হৈহয় আদি যোগী সকলে ইহকালৰ ভোগ আৰু পৰ কালত মুক্তি লাভ কৰিছে।

সৃষ্টিৰ আদিতে মই বিবিধ লোক সৃষ্টি কৰিবৰ কামনায় শ্ৰীভগৱানক আৰাধনা কৰিছিলো, মোৰ তপস্যাত সন্তুষ্ট হৈ

কামং দহন্তি কৃতিনো ননু ৰোষদৃষ্ট্যা
ৰোষং দহন্তমুত তে ন দহন্ত্যসহ্যম্ ।
সোঽয়ং যদন্তৰমলং প্ৰবিশন্
বিভেতি কামঃ কথং নু পুনৰস্য মনঃ শ্ৰয়েত ॥৭॥

## অন্বয়ঃ

অপত্যং অভিকাঙ্ক্ষতঃ অত্ৰেঃ তুষ্টঃ ময়া অহং দত্তঃ ইতি (দত্তাত্ৰেয় ইতি নাম্না প্ৰসিদ্ধঃ) যস্য পাদ পঙ্কজয়োঃ পৰাগঃ (তেন) পবিত্ৰাঃ দেহাঃ যদু হৈহয়াদ্যাঃ উভয়ীং (ঐহিকীং পাৰ লৌকিকীঞ্চ) যোগৰ্দ্ধিং আপুঃ ॥ ৪ ॥ আদৌ মে বিবিধ-লোকসিসৃক্ষয়া তৎ তপঃ তপ্তং (আচৰিতং) স্বতপসঃ সনাৎ সঃ (ভগবান্) চতুঃসনঃ অভূৎ প্ৰাক্ কল্পস্য সংপ্লবে বিনষ্টং আত্মতত্ত্বং ইহ (অস্মিন্ কালে) সম্যক্‌জগাদ যৎ মুনয়ঃ আত্মন্ অচক্ষত (সম্যক অপশ্যন্ ॥ ৫ ॥ ধৰ্ম্মস্য দক্ষ দুহিতৰি মূৰ্ত্ত্যাং স্বতপঃ প্ৰভাবঃ নাৰায়ণঃ নৰঃ ইতি অজনিষ্ট। অনঙ্গপৃতনাঃ (মদনস্য সেনানীৰূপাঃ) দেব্যঃ (অপ্সৰসঃ) ভগবতঃ আত্মনঃ দৃষ্ট্বা নিয়মাবলোপং ঘটিতুং নশেকুঃ ॥ ৬ ॥ কৃতিনঃ (কুশলাঃ শ্ৰীৰুদ্ৰাদয়ঃ) ৰোষদৃষ্ট্যা কামং দহন্তি ননু দহন্তমুত অসহ্যং ৰোষং তে ন দহন্তি সঃ অয়ং (দুৰ্ব্বাৰেঽপি ক্ৰোধঃ) যদন্তৰং

## অনুবাদ

তেওঁ সনৎ কুমাৰ, সনক সনন্দ আৰু সনাতন নামে অৱতাৰ হৈ পূৰ্ব্বকল্পৰ প্ৰলয়ত নাশ হোৱা ঈশ্বৰ তত্ত্ব মুনি সকলক

বিদ্ধঃ সত্ব্যদিতপত্রিভির্ৰান্তি
ৰাজ্ঞো বালোঽপি সন্নুপগতস্তপসে বনানি
তস্মা অদাদ্ধ্রুবগতিং গৃণতে
প্রসন্নো দিব্যাস্তুবন্তি মুনয়ো যদুপর্য্যধস্তাৎ ॥ ৮।

অন্বয়ঃ

প্রবিশন্ অলং বিভেতি অস্য পুনঃ মনঃ কামঃ কথং নু ( কেনো পায়েন ) শ্রয়েত ॥ ৭ ॥

অনুবাদ

বুজাই দিয়ে তাক শুনামাত্রকে মুনি সকলর আত্মতত্ত্ব বিদিত হয় ॥ ১ ॥ ধৰ্ম্মৰ পত্নী দক্ষৰ দুহিত মুৰ্ত্তিৰ গৰ্ভত শ্ৰীবৈকুণ্ঠ নাথে নৰ আৰু নাৰায়ণ ৰূপে অৱতাৰ হয়। তেওঁ দুজন মহাতপস্বী আৰু মহা প্ৰভাৱশালী। উৰ্ব্বশী প্ৰভৃতি মদনৰ অনুচৰ সকলে তেওঁ লোকৰ তপস্যা ভঙ্গ কৰিবলৈ গৈ তেওঁলোকৰ শৰীৰৰ পৰা উদ্ভৱ হোৱা অসংখ্য অতুলনীয় ৰূপ সম্পন্না অপেস্বৰা দেখি অতি আচৰিত হৈ তপস্যা ভঙ্গ কৰা দূৰে থাকক ভয়তে পলাই গৈছিল ॥ ৬ ॥ হে নাৰদ ! তেওঁলোকৰ পক্ষে মদনে মুহিত কৰিব নোৱাৰা একো আচৰিত কথা নহয়। মহাদেৱে ক্ৰোধদৃষ্টিৰ দ্বাৰা মদনক দগ্ধ কৰিছিল অথচ ক্ৰোধৰূপ অগ্নিক স্বহৃদয়ৰ পৰা নিবাৰণ কৰিব নোৱাৰিলে কিন্তু নৰনাৰায়ণৰ হৃদয়ত ক্ৰোধ লেশ মাত্ৰও নাই ॥ ৭ ॥

যদ্বেণমুৎপথগতং দ্বিজবাক্যবজ্রা
নিষ্প্লুষ্ট পৌরুষ ভগং নিৰয়ে পতন্তম্
ত্রাত্বার্থিতো জগতি পুত্রপদঞ্চ লেভে
দুগ্ধা বসূনি বসুধা সকলাপি যেন ॥ ৯।
নাভেৰসাবৃষভ আস সুদেৱসূনু
র্যো বৈ চচাৰ সমদৃগ্জড়যোগচৰ্য্যাম্
যৎ পাৰমহংস্যমৃষয়ঃ পদমামনন্তি
স্বস্থঃ প্ৰশান্তকৰণঃ পৰিমুক্তসঙ্গঃ ॥ ১০।

অনুবাদ।

ধ্রুবে স্বপিতৃ উত্তানপাদ ৰাজাৰ কোলাত উঠিবলৈ যাওঁতে বিমাতা সুৰুচিয়ে অনেক তিৰস্কাৰ কৰিলে। সেই বাক্য বাণত জৰ্জ্জৰিত হৈ, পাঁচ বছৰীয়া ধ্ৰুৱে তপস্যাৰ কাৰণে বনলৈ গৈ, হে নাৰদ! তোমাৰ উপদেশে শ্ৰীহৰিক ভজনা কৰছিল। পৃশ্নিগৰ্ভ নামধাৰী শ্ৰীভগৱানে আৰাধনাত সন্তুষ্ট হৈ ধ্ৰুৱক সেই ত্ৰিলোকৰ ওপৰ ধ্ৰুৱ লোকত স্থান দিছে। সেই ধ্ৰুৱলোক ভৃগু প্ৰভৃতি সপ্তৰ্ষিয়ে আজিলৈও প্ৰদক্ষিণ কৰি আছে। ৮॥

অনুবাদ।

অধৰ্ম্ম পথ প্ৰবৰ্ত্তক বেণ ৰাজাৰ ঋষি সকলৰ শাপত-যেতিয়া সমস্ত ঐশ্বৰ্য্য বল আয়ু ধ্বংস হৈ নৰকত বাস হল, তেতিয়া ঋষি সকলৰ প্ৰাৰ্থনাত সেই সদানন্দ-মহাহৰিয়ে অৰাজক পৃথিবীক ৰক্ষা কৰিবৰ কাৰণে,-বেণ ৰাজাৰ মৰা শৰীৰৰ পৰা পৃথু নামে

সত্রে মমাস ভগবান্ হয়শীর্ষাথো

সাক্ষাৎ স যজ্ঞ পুৰুষস্তপনীয়বর্ণঃ

ছন্দোময়োমখময়োঽখিলবেতাত্মা

বভূবুৰুশতীঃ শ্বসতোঽস্য নস্তঃ ॥ ১১।

অনুবাদ

অৱতাৰ হয় ! পাপ যোনিত জন্ম ধৰি কুষ্ঠ ৰোগে আক্ৰান্ত বেনক স্বহস্তেৰে স্পৰ্শ কৰি ৰোগৰ পৰা মুক্তি আৰু সংসাৰ সাগৰৰ পৰা উদ্ধাৰ কৰিছিল বুলি তেওঁৰ নাম বেণপুত্ৰ। তেওঁ ৰাজসিংহাসন গ্ৰহণ কাৰিয়েই গোৰূপা পৃথিবীক দোহন কৰি ... ন ৰত্ন আৰু অন্ন আদি সমস্ত বস্তু ৰাজ্যত বিতৰণ কৰিছিল॥৯ শ্ৰী ভগৱানে নাভিৰ ভাৰ্য্যা সুদেবীৰ গৰ্ভত ঋষভ নামেৰে অৱতাৰ হৈ ভৰত প্ৰমুখ্যকৰি শত পুত্ৰ উৎপাদন কৰিছিল আৰু বানপ্ৰস্থ ধৰ্ম্মধাৰ সমৰ্দশী, জিতেন্দ্ৰিয় আৰু জড়ত্ব লাভ কৰিছিল। অৰ্থাৎ তেওঁ সমাধি প্ৰাপ্ত হৈছিল। ঋষি সকলে এই সমাধিক পৰম হংস পদ বুলি কয়॥ ১০।

অনুবাদ।

সৰ্ব্ববেদ, বৈদিক যজ্ঞ আৰু যজনীয় দেৱতাৰ স্বৰূপ যজ্ঞ পুৰুষ সচ্চিদানন্দ শ্ৰীভগৱান সুৱৰ্ণ বৰ্ণ হয়গ্ৰীৱ ৰূপে মোৰ (ব্ৰহ্মাৰ) যজ্ঞ স্থলত আবিভূ'ত হৈছিল। সেই সময়ত তেওঁৰ নাকৰ নিশ্বাসৰ পৰা চাৰি বেদ প্ৰকাশ হয়॥ ১১। চাক্ষুৰ

মৎস্যো যুগান্ত সময়ে মনুনোপলব্ধঃ
ক্ষৌণীময়ো নিখিলজীবনিকায়কেতঃ
বিস্রংসিতানুরুভয়ে সলিলেমুখান্ম
আদায় তত্র বিজহাৰ হ বেদমার্গান্ ॥ ১২।

ক্ষীৰোদধাবমৰদানব যুথপানা
মুন্মথ্নতামমৃতলব্ধয় আদিদেবঃ।
পৃষ্ঠেন কচ্ছপবপুৰ্বিদধাৰ গোত্ৰং
নিদ্রাক্ষণোঽদ্রি পৰিবর্ত্তকষাণ কণ্ডুঃ॥ ১৩।

অন্বয়ঃ

অমৃত লব্ধয়ে উন্মথ্নতাং অমৰদানবযুথপানাং [ মন্থনকার্য্য সিদ্ধার্থং ] নিদ্রাক্ষণঃ অদ্রিপরিবর্ত্তকষাণকণ্ডুঃ কচ্ছপবপুঃ [ সন্ ] ক্ষীরোদধৌ পৃষ্ঠেন গোত্রং বিদধার ॥ ১৩ ॥

অনুবাদ

ক্ষন্বন্তৰৰ শেষত যি নৈমিত্তিক প্রলয় হৈছিল, সেই প্রলয়ত শ্রীভগবান পৃথিবী আৰু পৃথিবীত থকা যাবতীয় বস্তুক ৰক্ষা কৰিবৰ কাৰণে মৎস্য ৰূপে অৱতাৰ হৈছিল। সত্যব্ৰত ৰাজাই সেই মৎসৰূপ প্রথমে দেখে। হে নাৰদ! প্রলয়ৰ মহাভয়ত মোৰ মুখৰ পৰা বেদ পতিত হৈছিল, তেওঁ সেইবেদ ধাৰণ কৰি প্রলয় পয়োধি জলত বিচৰণ কৰি ফুৰিছিল ॥ ১২ ॥

ত্ৰৈপিষ্ট পোৰুভয়হা স নৃসিংহৰূপং
কৃত্বা ভ্ৰমদ্‌ভ্ৰুকুটি দংষ্ট্ৰ কৰালবক্ত্ৰম্
দৈত্যেন্দ্ৰমাশু গদয়াভিপতন্তমাৰাদূৰৌ
নিপাত্য বিদদাৰ নখৈঃ স্ফুৰন্তম্ ॥ ১৪ ।
অন্তঃসৰস্যুৰুবলেন পদে গৃহীতো
গ্ৰাহেণ যূথপতিৰম্বুজহস্ত আৰ্ত্তঃ ।
আহেদমাদিপুৰুষাখিললোকনাথ
তীৰ্থশ্ৰবঃ শ্ৰবণ মঙ্গলনামধেয় ॥ ১৫।

**অন্বয়ঃ**

ত্ৰৈপিষ্টপোৰুভয়হা সঃ নৃসিংহৰূপং কৃত্বা ভ্ৰমন্তৌ ভ্ৰুকুট্যৌ দংষ্ট্ৰাঃ কৰালং বক্তুং আৰাৎ গদয়া অভিপতন্তং স্ফুৰন্তং দৈত্যেন্দ্ৰং উৰৌ নিপাত্য নখৈঃ বিদদাৰ ॥ ১৪ ॥ অন্তঃসৰসি উৰুবলেন গ্ৰাহেন-পদে গৃহীতঃ অম্বুজহস্তঃ যুথপতিঃ আৰ্ত্তঃ ইদং আহ—হে আদিপুৰুষ অখিললোক নাথ তীৰ্থশ্ৰবঃ শ্ৰবণ মঙ্গল নামধেয় [ মাং ৰক্ষতু ] । ১৫ ॥

**অনুবাদ**

অমৃতৰ কাৰণে সাগৰ মথা দেৱ দানৱৰ কাৰ্য্য সাধিবৰ মনে শ্ৰীভগবান ক্ষীৰসাগৰৰ মধ্যত কুৰ্ম্মৰূপে আবিৰ্ভাৱ হৈ পিঠি পাতি মথনি বাৰি মন্দৰ গিৰি ধাৰণ কৰিছিল। দেৱ-দানবে তেওঁৰ ওপৰত যেতিয়া মন্দৰ পৰ্ব্বত চক্ৰাকাৰে ঘুৰাব ধাৰিলে তেতিয়া তেওঁ পিঠি খন খজুৱাই দিছে যেন অনুমান কৰি মহাসুখে নিদ্ৰিত হৈছিল ॥ ১৩ ॥ দেৱতা

শ্রুত্বা হৰিস্তমৰণাৰ্থিনমপ্ৰমেয়
শ্চক্ৰায়ুধঃ পতগৰাজ ভুজাধিৰূঢ়ঃ
চক্ৰেণ নক্ৰবদনং বিনিপাট্য তস্মাদ্ধস্তে
প্ৰগৃহ্য ভগবান্ কৃপয়োজ্জহাৰ ॥ ১৬

অন্বয়।

শ্রুত্বা অপ্ৰমেয়ঃ চক্ৰায়ুধঃ হৰিঃ পতগৰাজভুজাধিৰূঢ়ঃ চক্ৰেণ নক্ৰবদনং বিনিপাট্য তস্মাৎ (নক্ৰবদনাৎ) অৰণাৰ্থিনং তং (গজেন্দ্ৰং) হস্তে প্ৰগৃহ্য কৃপয়া উজ্জহাৰ ॥ ১৬ ॥ অথ

অনুবাদ

সকলৰ ভয়হাৰী শ্ৰীভগৱান নৃসিংহ ৰূপে অৱতাৰ হৈ মহাক্ৰোধত ভ্ৰুকুটি কুটিল ভীষণ মুৰ্ত্তিৰে চক্ষু পকাই— দাঁত চোঁবাই খেদি গৈ গদাৰে হাততলৈ মহাবেগে আক্ৰমণ কৰিবলৈ খেদি যোৱা হিৰণ্যকশিপুক থাপমাৰি ধৰি উৰুৰ উপৰত লৈ নখেৰে হিয়া বিদাৰণ কৰিছিল ॥ ১৪ ॥

গজেন্দ্ৰক মহাবলশালী গ্ৰাহে সৰোবৰৰ মাজলৈ ভৰিত ধৰি টানিনি গিলিব ধৰিছে, এনে সময়তে গজেন্দ্ৰ গ্ৰাহৰ হাত

অনুবাদ।

এৰাবলৈ ইচ্ছা কৰি, কাতৰ ভাবে "হে আদিপুৰুষ! হে অখিললোকনাথ! হে ভবভয় হাৰি! হে শ্ৰৱনমঙ্গল নাম ধাৰী মোক গ্ৰাহৰ মুখৰ পৰা উদ্ধাৰ কৰা," এই বুলি শুণ্ডেৰে এটি পদ্মলৈ আৰ্ত্তনাদ কৰিছিল ॥ ১৫ ॥

জ্যায়ান্ গুণৈৰবৰজোঽপ্যদিতেঃ সুতানাং
লোকান্ বিচক্রম ইমান্ যদথাধিযজ্ঞঃ
ক্ষ্মাং বামনেন জগৃহে ত্রিপদচ্ছলেন
যাচ্ঞামৃতে পথিচৰন্ প্রভুভির্ন চাল্যঃ ॥ ১৭

অন্বয়ঃ

অধিযজ্ঞঃ অদিতেঃ সুতানাং অবৰজঃ অপি যতঃ ইমান্ লোকান্ বিচক্রমে [ তৎ ] গুণৈঃ জ্যায়ান্ পথিচৰন্ [ জনঃ ] প্রভুভিঃ ( নিগ্রহসমর্থৈৰপি ) ন চাল্যঃ [ ইতি যঃ ভগবান্ ] বামনেন ত্রিপদচ্ছলেন যাচ্ঞাং ঋতে ক্ষ্মাং জগৃহে ॥ ১৭ ॥

অনুবাদ।

শ্রীভগৱানৰ তামস মনুৰ দিনত হৰিমেধা নামক ভাগ্যবান পুৰুষৰ পুত্র হৰিনামে যি অৱতাৰ আছিল, তেওঁৱে সেই কাতৰ বাক্য শুনি গৰুড়ৰ স্কন্ধত উঠি গৈ অতি শীঘ্রে গৰুড়ৰ পৰা নামি সুদৰ্শন চক্রেৰে গ্রাহৰ মুখ ফালি, শৰণাগত গজেন্দ্রক হস্তেৰে শুণ্ডত ধৰি তীৰলৈ তুলি আনি উদ্ধাৰ কৰিছিল ॥ ১৬ ॥ যজ্ঞপুৰুষে অদিতিৰ কনিষ্ঠ পুত্র বামন ৰূপে অৱতাৰ হৈছিল। কিন্তু গুণে সকলোতকৈ বামনে শ্রেষ্ঠ কাৰণ তেওঁৰ এক পদেৰে ত্রিলোক ব্যাপিছিল। ঈশ্বৰে ধৰ্ম্ম নিষ্ঠ লোকৰ কেতিয়াও ঐশ্বৰ্য্য বলপূৰ্ব্বক নাশ নকৰে। এতেকে তেওঁ

**নার্থোবলেৰয়মুৰুক্ৰমাদশৌচমাবপঃ**
**শিখাধৃতবতো বিবুধাধিপত্যম্**
**যো বৈ প্ৰতশ্ৰুতিমৃতে ন চিকীৰ্ষদন্য**
**দাত্মানমঙ্গ মনসা হৰয়েঽভিমেনে ॥ ১৮।**

### অন্বয়

যঃ প্ৰতিশ্ৰুতং ঋতে [ সতি ] অন্যৎ ন চিকীৰ্ষৎ হে অঙ্গ ! হৰয়ে আত্মানং মনসা অভিমেনে তাদৃশস্য উৰুক্ৰমপাদ-শৌচং আপঃ শিখাধৃতবতঃ বলেঃ বিবুধাধিপত্যং অৰ্থঃ অয়ং ন ॥ ১৮ ॥

### অনুবাদ

বামনৰূপে বলিৰ যজ্ঞস্থললৈ গৈ ত্ৰিপদ ভূমি ভিক্ষাছলে বলিৰ ৰাজ্য গ্ৰহণ কৰিছিল ॥ ১৭ ॥ হেনাৰদ ! যি বলিয়ে মহাপুৰুষৰ পদজল শিৰত লৈছিল, কুলগুৰু শুক্ৰাচাৰ্য্যই বাধা কৰিলেও, যি নিজৰ প্ৰতিজ্ঞা লঙ্ঘন নকৰিলে, আৰু বামনমূৰ্ত্তি ভগৱানৰ একপদে স্বৰ্গ—এক পদে মৰ্ত্ত্য আগুৰাদেখি তৃতীয় পদ পূৰণ কৰি দিবলৈ মনে মনে নিজৰ দেহ পৰ্য্যন্তও বামনক অৰ্পণ কৰিছিল, সেই বলিৰাজাৰ পক্ষে ত্ৰৈলোক্যৰ ভোগ অতি তুচ্ছ ॥ ১৮ ॥

তুভ্যঞ্চ নাৰদ ভৃশং ভগবান্ বিবৃদ্ধভাবেন
সাধু পৰিতুষ্ট উবাচ যোগম্
জ্ঞানঞ্চ ভাগবতমাত্মসতত্ত্বদীপং
যদ্বাসুদেব শৰণা বিদুৰঞ্জসৈব ॥ ১৯ ।
চক্ৰঞ্চ দিক্ষ্ববিহ তং দশসু স্বতেজো
মন্বন্তৰেষু মনুবংশধৰো বিভৰ্ত্তি।
দুষ্টেষু ৰাজসু দমং ব্যদধাৎ স্বকীৰ্ত্তিং
সত্যে ত্ৰিপৃষ্ঠ উশতীং প্ৰথয়ংশ্চৰিত্ৰৈঃ ॥ ২০

অন্বয়ঃ

দাৰদ। ভগবান্ বিবৃদ্ধভাবেন ভৃশং পৰিতুষ্টঃ [ সন্ ] তুভ্যং চ [ হংসাবতাৰে সঃ ] যোগং আত্মসতত্ত্বদীপং ভাগবতং জ্ঞানং চ সাধু উবাচ যৎ বাসুদেবশৰণাঃ অঞ্জসা এব বিদুঃ ॥১৯॥ ভগবান্ মন্বন্তৰেষু মনুবংশধৰঃ [ সন্ ] স্বতেজঃ দশসু দিক্ষু অবিহতং [ ইব চক্ৰং [ ধৃত্বা ] দুষ্টেষু ৰাজসু দমং ব্যদধাৎ ত্ৰৈপৃষ্ঠে সত্যে চৰিত্ৰৈঃ উশাতীং স্বকীৰ্ত্তিং প্ৰথয়ন্ বিভৰ্ত্তি ॥ ২০ ॥

অনুবাদ

হে নাৰদ! শ্ৰীভগৱান তোমালোকৰ অত্যন্ত ভক্তি ভাৱৰ দ্বাৰা সন্তুষ্ট হৈ হংসৰূপে অৱতীৰ্ণ হৈছিল। হংস মূৰ্ত্তিৰেই তোমা-লোকক ভক্তি যোগ আৰু আত্মতত্ত্ব প্ৰকাশক ভক্তি মূলক

**ধন্বন্তৰিশ্চ ভগবান্ স্বয়মেব কীৰ্ত্তিৰ্নাম্না**
**নৃনাং পুৰুৰুজাং ৰুজ আশু হন্তি**
**যজ্ঞে চ ভাগমমৃতায়ুৰবৰুন্ধে**
**আয়ুষ্য বেদমনুশাস্ত্যবতীৰ্য্য লোকে ॥ ২১ ।**

অন্বয়ঃ

ভগবান্ স্বয়ং এব কীৰ্ত্তিঃ ধন্বন্তৰিঃ নাম্না অবতীৰ্য্য লোকে পুৰুৰুজাং নৃণাং ৰুজ আশু হন্তি আয়ুঃ বেদং অনুশাস্তি চ যজ্ঞে অবাপ অমৃতায়ুঃ ভাগং অবৰুন্ধে ॥ ২১ ॥

অনুবাদ

জ্ঞানযোগ এনে সৰল ভাৱে বুজাই দিছিল যে শ্ৰীভগৱানৰ চৰণত শৰণ লোৱা ভক্ত মাত্ৰেই অনায়াসে বুজিব পাৰে ॥ ১৯ ॥ শ্ৰীভগৱান প্ৰত্যেক মন্বন্তৰদিনত মনুষ্য ৰূপে অৱতীৰ্ণ হৈ স্বতেজৰ দ্বাৰা দশোদিশ প্ৰকাশ কৰে আৰু সুদৰ্শন চক্ৰৰ দ্বাৰা দুষ্ট ৰাজা সকলৰ দণ্ড বিধান কৰি, স্বৰ্গ, মৰ্ত্ত্য, পাতাল, আনকি সত্যলোক পৰ্য্যন্ত পৰম নিৰ্ম্মল যশস্যা বিস্তাৰ কৰে ॥ ( এই মন্বন্তৰ অৱতাৰ অষ্টম স্কন্ধত বিস্তাৰিত ভাবে বৰ্ণনা হব ) ॥ ২০ ॥

শ্ৰীভগৱানে জগতক অনুগ্ৰহ কৰিবৰ মনে ধন্বন্তৰি ৰূপে অৱতাৰ হৈ অমৃতৰ কলহ দেৱতা সকলক দিছে আৰু আয়ুৰ্ব্বেদ

ক্ষত্ৰং ক্ষয়ায় বিধিনোপভৃতং মহাত্মা
ব্ৰহ্মধ্ৰুগুজ্‌ঝিতপথং নৰকাৰ্ত্তিলিপ্সু
উদ্ধন্ত্যসাবনিকণ্টক মুগ্ৰবীৰ্য্যস্ত্ৰিঃ
সপ্তকৃত্ব উৰুধাৰ পৰশ্বধেন ॥ ২২।

অন্বয়ঃ

অসৌ মহাত্মা উগ্ৰবীৰ্য্যঃ পৰশ্বধেন বিধিনা উপভৃতং ক্ষত্ৰং ক্ষয়ায় ব্ৰহ্মধ্ৰুক্ উজ্‌ঝিতপথং অবনিকণ্টকং নৰকাৰ্ত্তিলিপ্সু ত্ৰিসপ্তকৃত্ব উপভৃতং বিধিনা উদ্ধন্তি ॥ ২২ ॥

অনুবাদ

প্ৰণয়ন কৰিছে। সেই আয়ুৰ্ব্বেদ শাস্ত্ৰ জানিলে মহাৰোগী লোক সকলৰো অতি শীঘ্ৰে ৰোগ নিবাৰণ হয়। সেই অমৃতৰ কলহ দানৱ সকলে কাঢ়ি নি বন্ধ কৰি থোৱা দেখি মোহিনী ৰূপ ধৰি দানৱক বঞ্চিত আৰু দেৱতাক অমৃত পান কৰাইছে ॥ সেই মহাপুৰুষে পশুৰাম ৰূপে অৱতাৰ হৈ "ব্ৰহ্মাই আমাক প্ৰজাৰ উপৰত অত্যাচাৰ কৰিবলৈ জন্মদিছে" এই বুলি ভাবা বেদপথ লঙ্ঘন কাৰী, ব্ৰহ্ম দ্বেষী নাৰকী ক্ষত্ৰিয় বিলাকক তিক্ষ্ণধাৰ পৰশুৰ দ্বাৰা একৈশ বাৰ সমগ্ৰ প্ৰথিবী বিচাৰি বিচাৰি বধকৰি পৃথিবীৰ মহাভাৰ দূৰ কৰিছে হে নাৰদ! ধন্বন্তৰি আৰু পশুৰাম বৰ্ত্তমান অৱতাৰ ॥ ২১।২২ ॥

অস্মৎ প্ৰসাদসুমুখঃ কলয়া কলেশ
ইক্ষ্বাকুবংশ অবতীৰ্য্য গুৰোৰ্নিদেশে।
তিষ্ঠন্ বনং সদয়িতানুজ আবিবেশ
যস্মিন্ বিৰুধ্য দশকন্ধৰ আৰ্ত্তিমাচ্ছৎ ॥২৩
যস্মা আদাদুদধিৰূঢ়ভয়াঙ্গবেপো
মাৰ্গং সপদ্যৰিপুৰং হৰবদ্দিধক্ষোঃ
দূৰে সুহৃন্মথিতৰোষ সুশোণ দৃষ্ট্যা
তাতপ্যমান মকৰোৰগ নক্ৰ চক্ৰঃ ॥ ২৪।

অন্বয়ঃ

[ শ্ৰীৰামাবতাৰমাহ ] অস্মাৎ প্ৰসাদ সুমুখঃ কলেশঃ কলয়া [ সহ ] ইক্ষ্বাকু বংশে অবতীৰ্য্য গুৰোঃ নিদেশে সদয়িতানুজঃ [ সহ ] বনাং আবিবেশ তিষ্ঠন্ যাস্মিন্ বিৰুধ্য দশকন্ধৰ আৰ্ত্তিং আৰ্চ্ছৎ ॥ ২৩ ॥ হৰবৎ [ ৰামচন্দ্ৰঃ ] অৰিপুৰং সপদি দিধক্ষোঃ সুহৃৎ মথিত ৰোষসুশোণ দৃষ্ট্যা দূৰে আতপ্য মানঃ মকৰ উৰগ নক্ৰচক্ৰঃ উদধিঃ ঊঢ় ভয়াঙ্গবেপঃ যস্মৈ মাৰ্গং অদাৎ ॥ ২৪ ॥

হে নাৰদ! ভবিষ্যতে ৰাৱণৰ উপদ্ৰৱত ইন্দ্ৰ আদি দেৱতাৰ সৈতে আমি সেই অৱতাৰী শ্ৰীভগৱানৰ চৰণত শৰণ লম। তেওঁ আমাৰ প্ৰতি প্ৰসন্ন হৈ ইক্ষ্বাকুবংশৰ ৰজা দশৰথৰ পুত্ৰ ৰাম, লক্ষ্মণ ভৰত আৰু শত্ৰুঘ্ন নামে চাৰি অংশে জন্মিব।

বক্ষঃস্থলস্পৰ্শবিৰুগ্নমহেন্দ্ৰবাহ
দন্তৈৰ্ব্বিড়ম্বিত ককুজ্জুষ উঢ়হাসম্।
সদ্যোঽসুভিঃ সহ বিনেষ্যতি দাৰহৰ্ত্তু
ৰ্বিস্ফুৰ্জিতৈৰ্ধনুষ উচ্চৰতোঽধিসৈন্যে ॥২৫।

শ্ৰীশাঙ্কৰি

ওহো নৰ লোক হৰিভজি য়োক
ধৰা ইটো উপদেশ।
এড়া আলজাল জীৱা কত কাল
হুৰা ভৈল পৰবেশ॥
অন্য দেৱীদেৱ নকৰিবা সেৱ
প্ৰসাদ নখাইবা তাৰ।
মূৰ্ত্তিকো নচাইবা গৃহো নপশিবা
ভক্তি হৈব ব্যভিচাৰ॥
একে কৃষ্ণদেৱ জানিকৰা সেৱ
ধৰিয়ো তাহান নাম।
কৃষ্ণ দাস হুয়া প্ৰসাদ ভুঞ্জিয়া
হস্তে কৰা তান কাম॥
কৃষ্ণৰ থানক যত্নে চলিয়োক
সাঞ্চিয়ো পুণ্যৰ দাম
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম॥ ১।২৫॥

ভূমেঃ সুৰেতৰবৰূথবিমৰ্দ্দিতায়াঃ
ক্লেশব্যয়ায় কলয়া শিতকৃষ্ণকেশঃ
জাতঃ কৰিষ্যতি জনানুপলক্ষ্যমাৰ্গঃ
কৰ্ম্মাণি চাত্মমহিমোপনিবন্ধনানি ॥ ২৬

অন্বয়ঃ

মহেন্দ্রবাহদন্তৈঃ ( ঐৰাৱত দন্তৈঃ ) দাৰহৰ্ত্তুঃ ( ৰাবণস্য ) অধিসৈন্যে উচ্চহাসং অসুভিঃ সহ ধনুষঃ বিস্ফূৰ্জ্জিতৈঃ বিনষাতি ॥ ২৫ ॥

সুৰেতৰ বৰূথবিমৰ্দ্দিতায়াঃ ভূমেঃ ক্লেশব্যয়ায় সিতকৃষ্ণকেশঃ কলয়া [ সহ ] জাতঃ [ সন্ ] জনান্ উপলক্ষ্যমাৰ্গঃ আত্মমহিমা উপনিবন্ধনানি কৰ্ম্মাণি কৰিষ্যতি ॥ ২৬ ॥

অনুবাদ

ৰামে পিতৃৰ আদেশে পত্নীসীতা আৰু লক্ষ্মণৰ সৈতে চতুৰ্দ্দশ বৎসৰ কাৰণে বনলৈ যাবা। ত্ৰয়োদশ বছৰৰ অন্তত দণ্ডকাৰণ্যৰ পৰা ৰাৱণে সীতাক হৰিবনি, আৰু ৰামে সেই অপৰাধতে ৰাবণক সবংশে ধ্বংস কৰিব। ২৩।

ত্ৰিপুৰাসুৰক বধ কৰিবলৈ হৰে ৰুদ্ৰ মূৰ্ত্তিপ্ৰকাশ কৰাৰ নিচিনা ৰামেও প্ৰিয়তমা ভাৰ্য্যা সীতাৰ শোকত কাতৰহৈ ৰাবণৰ সৈতে লঙ্কাপুৰ দগ্ধকৰোঁ বুলি মহাক্ৰোধে সাগৰৰ তীৰলৈ যাব আৰু সাগৰ পাৰ হব নোৱাৰি ক্ৰোধত সাগৰ শুষিবলৈ ইচ্ছা কৰি ধনু হাতত লব ক্ৰোধ দেখি মকৰ, কুম্ভিৰ আৰু নাগ আদি

তোকেন জীবহৰণং যদুলূকিকায়া
ৈস্ত্ৰমাসিকস্য চ পদা শকটোঽপবৃত্তঃ
যদ্ৰিঙ্গতান্তৰগতেন দিবিস্পৃশোৰ্বা
উন্মূলনংত্বিতৰথাৰ্জ্জুনয়োৰ্ন ভাব্যম্ ॥ ২৭ ।

অন্বয়ঃ

কতোকেন উলুকিকায়াঃ যৎ জীবহৰণং ত্ৰৈমাসিকস্য শকটঃ অপবৃতঃ অন্তৰ গতেন ৰিঙ্গতা দিবিস্পৃশোঃ বৈ অৰ্জ্জুনয়োঃ উন্মুলনং ইতৰথা ( কৃষ্ণস্তুভগবান্ স্বয়ং ইতি ভিন্না ) ন ভাব্যং ॥ ২৭ ॥

অনুবাদ

গৰ্ভস্থ জলজন্তুৰ সৈতে সাগৰে মহাভয় পাই কঁপি কঁপি ৰামৰ সমীপলৈ গৈ অনেক কাকুতিমিনতি কৰিব আৰু অগাধ জলৰ মাজেৰে লঙ্কালৈএটিপথ দিব । ২৪ । হে নাৰদ ! ৰাৱন যে, এনে বলীহব তাৰ হৃদয়ত খুন্দালাগি ঐৰাৱতৰ দাঁত ছিন্ন বিছিন্ন হৈ দশোদিশে পৰিব । সি ভাবিব যে মই ত্ৰৈলোক্যৰ অধীশ্বৰ । সি নিৰ্ভয়ে উভয়সেনাৰ মাজত সগৰ্ব্বে হাঁহি হাঁহি ৰামৰ সৈতে যুদ্ধ দিব । ৰামে সেই ভাৰ্য্যা হৰ্ত্তা ৰাৱণৰ হাস্য দিব্য ধনুৰে নাশ কৰিব ॥ ।২৫ ।

হে নাৰদ ! কংস আদি অধৰ্ম্মী ৰাজা সকলৰ মহাভাৰ সহিব নোৱাৰি বসুমতীয়ে মোৰ আগত গোচৰ দিব । মই দেৱতা সকলৰ সৈতে ক্ষীৰ সাগৰৰ তীৰলৈ গৈ শ্ৰীভগৱানক আৰাধনা কৰিম । তেওঁ আমাৰ আৰাধনাত সন্তুষ্ট হৈ

যদ্বৈ ব্ৰজে ব্ৰজপশূন্ বিষতোয়পীতান্
পালানজীয়বদনুগ্ৰহ দৃষ্টি বৃষ্ট্যা
তচ্ছুদ্ধয়েঽতিবিষবীৰ্য্য বিলোলজিহ্ব
মুচ্চাটয়িষ্যদুৰগং বিহৰন্ হ্ৰদিন্যাম্ ॥ ২৮ ।
তৎকৰ্ম্ম দিব্যমিব যন্নিশি নিঃশয়ানং
দাবাগ্নিনা শুচিবনে পৰিদহ্যমানে
উন্নেষ্যতি ব্ৰজমতোঽবসিতান্তকালং
নেত্ৰে পিধাপ্য সবলোঽনধিগম্যবীৰ্য্যঃ ॥২৯।

অন্বয়ঃ

যৎ ব্ৰজে বিষতোয়পীতান্ ব্ৰজপশূন্ পালান্ অনুগ্ৰহদৃষ্টিবৃষ্ট্যা বৈ অজীবয়ৎ তৎ ( জলং ) শুদ্ধয়ে হ্ৰদিন্যাং বিহৰন্ অতিবিষ-বীৰ্য্যবিলোলজিহ্বং উৰগং উচ্চাটয়িষ্যৎ ॥ ২৮ ॥

ততঃ নিশি নিঃশয়ানং ( ব্ৰজবাসিনাং ) শুচিবনে দাবাগ্নিনা পৰিদহ্যমানে অতঃ অবসিতান্তকালং ব্ৰজং চ সবলঃ অনধিগমবীৰ্য্যঃ ( শ্ৰীকৃষ্ণঃ ) নেত্ৰে পিধাপ্য যৎ উন্নেষ্যতি তৎ কৰ্ম্ম দিব্যং ইব ॥ ২৯ ॥ অস্য জৃম্ভতঃ বদনে ভুবনানি বীক্ষ্য সঙ্কিতমনাঃ

অনুবাদ

বসুমতীৰ ভাৰ হৰণ কৰিবৰ কাৰণে বলভদ্ৰৰ সৈতে বসুদেৱৰ ভাৰ্য্যা দৈৱকীৰ গৰ্ভত শ্ৰীকৃষ্ণৰূপে জন্মি নিজৰ অলৌকিক মহিমা প্ৰকাশ কৰিব। তেওঁ কংসৰ কাৰাগাৰৰ পৰা গোকুলৰ

৯

গৃহ্নীত যদ্‌যদুপবন্ধমমুষ্য মাতা
সুল্বং সুতস্য নতু তত্তদমুষ্য মাতি
যজ্জৃম্ভতোঽস্য বদনে ভুবনানি গোপী
সম্বীক্ষ্যশঙ্কিত মনাঃ প্ৰতিবোধিতাসীৎ ॥ ৩০

অন্বয়ঃ

গোপী প্ৰতিবোধিতাসীৎ। মাতা অমুষ্য উপবন্ধনং যৎ যৎ সুল্বং গৃহ্নীত সুতস্য তু তৎ তৎ [ দামেন ] ন মাতি ॥ ৩০ ॥

অনুবাদ

ৰাজা নন্দৰ গৃহলৈ গৈ শিশুকালতেই ঐশ্বৰিক কৰ্ম্ম দৰ্শাই দৈত্য দানৱ সকলক বধৰ আৰু স্বভক্ত সকলক আনন্দ দিব ॥ ২৭ ॥

শ্ৰীকৃষ্ণে অতিশিশুকালতে পুতনাৰ প্ৰাণ হৰণ, তিনি মাস বয়সত লঠিমাৰি শকট ভঞ্জন আৰু আণ্ঠু কাঢ়ি লাহে-লাহে ভয়ঙ্কৰ যমলাৰ্জ্জুন বৃক্ষ দুডালৰ মাজলৈ গৈ উৰুল লাগাই দি সেই বৃক্ষ দুডাল উভাৰি পেলাব। নাৰদ! এই বিলাক কৰ্ম্ম কি ঈশ্বৰ ভিন্ন ইতৰ লোকে কৰিব পাৰে? ২৭ ॥ গোষ্ঠত ধেণু আৰু গোপ সকলে কালিয় হ্ৰদৰ বিষময় জল পান কৰি অচেতন হোৱা দেখি শ্ৰীকৃষ্ণে কৃপাদৃষ্টিৰে সিহঁতক জীয়াব আৰু সেই হ্ৰদৰ জল শুদ্ধ কৰিবলৈ হ্ৰদৰ মাজত প্ৰবেশ কৰি প্ৰচণ্ডবিষ বীৰ্য্যেৰে দৰ্পিত চঞ্চলজিহ্বা কালিয়সৰ্পক দমন কৰি ৰোমন দ্বীপলৈ খেদি দিব ॥ ২৮ ॥

নন্দঞ্চ মোক্ষ্যতি ভবাদ্বৰুণস্য পাশাদ্
গোপান্ বিলেষু পিহিতান্ ময়সূনুনা চ
অহ্ন্যাপৃতং নিশি শয়ানমতিশ্ৰমেণ
লোকং বিকুণ্ঠমুপনেষ্যতি গোকুলং স্ম ॥ ৩১

**অন্বয়ঃ**

নন্দং বৰুণস্য পাশাৎ চ ( সৰ্পস্য ) ভয়াৎ মোক্ষ্যতি ময়সূনুনা বিলেষু পিহিতান্ গোপান্ চ অহ্নি আপৃতং নিশি অতিশ্ৰমেণ শয়ানং গোকুলং বিকুণ্ঠং লোকং নেষ্যতি স্ম। ৩১। গোপৈঃ

**অনুবাদ**

শ্ৰীকৃষ্ণে বৰুণৰ পাশৰ পৰা আৰু সৰ্পৰ মুখৰ পৰা নন্দক ৰক্ষা কৰিব। ময়দানৱৰ পুত্ৰ ব্যোমাসুৰে গহ্বৰত লুকাই থোৱা গোপবালক সকলক উদ্ধাৰ কৰিব। আনকি গোপ-গোপী সকল এনে অধম যে সিহঁতে দিনত স্বস্ব কৰ্ম্মত ব্যস্ত আৰু ৰাত্ৰি নিদ্ৰাগৈ থাকে সিহঁতৰ ধৰ্ম্ম কৰ্ম্ম একো নাই, তথাপি সেই ব্ৰজ বাসীক যোগবলে বৈকুণ্ঠপুৰ দেখুৱাব ॥ ৩১ ॥

শ্ৰীকৃষ্ণে কালিয় দমনৰ দিনা ৰাত্ৰি নিদ্ৰিত গোপ-গোপী সকলক বনাগ্নিৰ পৰা উদ্ধাৰ কৰিব। মুঞ্জবনৰ ভিতৰত শুকান বনৰ দাবাগ্নিৰ দ্বাৰা গৰু আৰু গোৱাল সকলৰ শৰীৰ পুৰি ভষ্ম হোৱে দেখি, অচিন্ত্য, মহিমা শালী শ্ৰীকৃষ্ণে বলভদ্ৰৰ সৈতে যুক্তি কৰি সিহঁতক সেই মৃত্যু মুখৰ পৰা উদ্ধাৰ কৰিব। ২৯।

গোপৈৰ্ম্মখে প্ৰতিহতে ব্ৰজবিপ্লবায়
দেবেঽভিবৰ্ষতি পশূন্ কৃপয়া ৰিৰক্ষুঃ
ধৰ্ত্তোচ্ছিলীন্ধ্ৰমিব সপ্তদিনানি সপ্তবৰ্ষো
মহীধ্ৰমনঘৈককৰে সলীলম্ ॥ ৩২।

অন্বয়ঃ

মখে প্ৰতিহতে দেবে ব্ৰজবিপ্লবায় অভিবৰ্ষতি কৃপয়া পশূন্ ৰিৰক্ষু: সপ্তবৰ্ষঃ [ শ্ৰীকৃষ্ণ: ] উচ্ছিলীন্ধ্ৰং ইব অনঘ। এককৰে মহীধ্ৰং অপ্তদিনানি সলীলং ধৰ্ত্তা ॥ ৩২ ॥

অনুবাদ

সেই শ্ৰীকৃষ্ণতৰ মুখৰ ভিতৰত চতুৰ্দ্দশ ভুবন আৰু ভুবন বাসী জীব-জন্তু আদি সমস্ত বস্তুকে দেখি যশোদাই ভয়তে বিহ্বলহৰ আৰু মনৰ আশঙ্কাদূৰ কৰি শ্ৰীকৃষ্ণক ঈশ্বৰ বুলি স্তুতি কৰিব। দধিভাণ্ড ভাঙ্গা অপৰাধতে যশোদাই শ্ৰীকৃষ্ণক বান্ধিবৰ কাৰণে গৃহৰ সমস্ত জৰি জোৰাদিব কিন্তু সেই সমস্ত জৰিৰেও বান্ধিব নোজোৰা দেখি সমস্ত লোকে বিস্ময় হৈ এই বিলাক শ্ৰীকৃষ্ণৰ ঐশ্বৰিক কৰ্ম্ম বুলি জানিব ॥ ৩০ ॥

সাত বছৰীয়া শ্ৰীকৃষ্ণে গোপসকলৰ দ্বাৰা ইন্দ্ৰযাগৰ সলনি বেৰে গিৰি যাগ কৰাৱা অপমানত, দেৱৰাজ ইন্দ্ৰে গোপপুৰ উচ্ছন্ন কৰোবুলি মহা ক্ৰোধে বাত বৃষ্টি কৰিব, তেতিয়া দয়াময় শ্ৰীকৃষ্ণে লীলাকৰি বাম হাতেৰে গোবৰ্দ্ধন পৰ্ব্বত

ক্রীড়ন্বনে নিশি নিশাকৰৰশ্মিগৌৰ্য্যাং
ৰাসোন্মুখঃ কলাপদায়তমূৰ্চ্ছিতেন।
উদ্দীপিত স্মৰৰুজাং ব্ৰজভৃদ্বধূনাং
হৰ্ত্তুৰ্হৰিষ্যতি শিৰো ধনদানুগস্য ॥ ৩৩।
যে চ প্ৰলম্বখৰদৰ্দ্দুৰকেশ্যৰিষ্ট মল্লেভ
কংস যবনাঃ কপিপৌণ্ড্ৰকাদ্যাঃ
অন্যে চ সাল্বকুজবল্কলদন্তবক্ৰ
সপ্তোক্ষসম্বৰবিদূৰথ ৰুক্মিমুখ্যাঃ ॥ ৩৪।

অন্বয়ঃ

নিশাকৰস্য ৰশ্মিভিঃ গৌৰ্য্যাং নিশি ৰাসোন্মুখঃ ( শ্ৰীকৃষ্ণঃ ) বনে ক্ৰীড়ন্ কলপদায়ত মূৰ্চ্ছিতেন উদ্দীপিত স্মৰৰুজাং ব্ৰজভৃৎ বধূনাং হৰ্ত্তুঃ ধনদানুগস্য শিৰঃ হৰিষ্যতি ॥ ৩৩ ॥

অনুবাদ

সাতদিন সাত ৰাতি যেন গোকুলৰ উপৰত ছত্ৰ অনায়াসে ধৰি থাকি সেই মহা উৎপাতৰ পৰা ব্ৰজবাসীক ৰক্ষা কৰিব ॥ ৩২ ॥ শ্ৰীকৃষ্ণে পূৰ্ণচন্দ্ৰৰ কিৰণেৰে সুশোভিত, শৰত কালৰ ৰাত্ৰিত আনন্দ মনে গোপীসকলৰ সৈতে ৰাসলীলা কৰি বনে-বনে ফুৰিব। তেওঁৰ মধুৰ আলাপ আৰু মুৰলীৰ ধ্বনিৰে কামবাণে বিমোহিতা গোপযুৱতীসকলক হৰোঁতা শঙ্খচূৰ যক্ষৰ শিৰ হৰণ কৰিব ॥ ৩৩ ॥

যে বা মৃধে সমিতি-শালিন আত্তচাপাঃ
কাম্বোজ মৎস্য কুরুসৃঞ্জয়কৈকয়াদ্যাঃ
যাস্যন্ত্যদৰ্শনমলং বলপাৰ্থভীমব্যাজাহ্বয়েন
হৰিণা নিলয়ং তদীয়ম্ ॥ ৩৫।
কালেন মীলিতধিয়ামবমৃশ্য নৃণাং
স্তোকায়ুষাং স্বনিগমো বত দূৰপাৰঃ
আবিৰ্হিতস্ত্বনুযুগং স হি সত্যবত্যাং
বেদাদ্ৰুমং বিটপশো বিভজিষ্যতি স্ম ॥ ৩৬।

অন্বয়ঃ

ব্যাজাহ্বয়েন ( কপট নাম ধাৰিণা হৰিণা ॥৩৪।৩৫।

অনুবাদ

হে নাৰদ ! বলদেৱ, ভীম আৰু অৰ্জ্জুন শ্ৰীকৃষ্ণৰ কপট মূৰ্ত্তি মাত্ৰ। এতেকে প্ৰলম্ব, ধেনুক, বক, কুবলয়াপীড়, কেশী, অৰিষ্ট, চানুৰ, মুষ্টিক আদি মল্ল, কংস, কালযৱন নৰকাসুৰ, পৌণ্ড্ৰক, সাম্ব, দ্বিবিদ, বল্কল, দণ্ডবক্ৰ, সপ্তবৃষ, সম্বৰ, বিদূৰথ, ৰুক্মি প্ৰভৃতি আৰু কাম্বোজ, মৎস্য, কুৰু, সৃঞ্জয় কৈকয় প্ৰভৃতি বংশৰ পৃথিবীৰ ভাৰ স্বৰূপ যি সকল দুষ্ট ৰাজাই হাতত ধনুশৰ লৈ মহাদৰ্পে ধৰ্ম্ম পথ বিনষ্ট কৰি ফুৰে সিসকলো শ্ৰীকৃষ্ণৰ হাতত বা বলদেৱ, ভীম, অৰ্জ্জুনৰ হাতত প্ৰাণ ত্যাগ কৰি শ্ৰীকৃষ্ণৰ নিত্য আবাসৰ স্থান বৈকুণ্ঠ ভুবন লাভ কৰিব। এই বিলাক কাৰ্য্যও অলৌকিক ॥ ৩৪। ৩৫ ॥

দেবদ্বিষাং নিগমবর্ত্মনি নিষ্ঠিতানাং
পূর্ভির্ময়েন বিহিতাভিৰদৃশ্যতুর্ভিঃ
লোকান্ ঘ্নতাং মতিবিমোহমতিপ্রলোভং-
বেশং বিধায় বহু ভাষ্যত ঔপধর্ম্ম্যম্॥ ৩৭।

অন্বয়ঃ

সঃ কালেন নৃণাং স্তোকায়ুষাং মীলিতধিয়াং স্বনিগমং দূৰপাৰঃ অবমৃশ্য বত (খেদে) হি অনুযুগং সত্যবত্যাং আবির্ভূতঃ বিটপশঃ বিভজিষ্যতি স্ম ॥ ৩৬ ॥

নিগমবর্ত্মনি (বেদমার্গে) নিষ্ঠি তানাং (নিষ্ঠাশীলানাং) অদৃশ্যতুর্ভিঃ (অলক্ষবেগাভিঃ) পূর্ভিঃ (পুৰীভিঃ) ঔপধর্ম্ম্যং ভাষ্যতে (ভাষিষ্যতে) ৩৭ ॥

অনুবাদ

হে নাৰদ! মহাপুৰুষে কালৰ গতিত আয়ু আৰু বুদ্ধি হীনহোৱা মনুষ্যসকলে বেদৰ গভীৰ তত্ত্ব নুবুজে দেখি, সেই অল্পমতি মনুষ্য সকলৰ উপকাৰৰ কাৰণে প্ৰত্যেক দ্বাপৰ যুগৰ শেষত সত্যৱতীৰ পুত্ৰ ব্যাস নামে অৱতাৰ হৈ, বেদৰ শাখা বিভাগ কৰি থাকে। ৩৬।

অসুৰ আৰু আসুৰিবুদ্ধিৰ লোক সকলে একান্তমনে বৈদিক সকাম কৰ্ম্মৰ অনুষ্ঠান কৰি শক্তিশালী হৈ ময় নামক

যহ্যালয়েষ্বপি সতাং ন কথা হৰেঃ স্যুঃ,
পাষণ্ডিনো দ্বিজজনা বৃষলা নৃদেবাঃ
স্বাহাস্বধাবষডিতি স্ম গিৰো ন যত্ৰ,
শাস্তা ভবিষ্যতি কলেৰ্ভগবান্ যুগান্তে ॥ ৩৮ ।

অন্বয়ঃ

যহি সতাং আলয়েষু হৰেঃ কথাঃ স্যুঃ ন অপি দ্বিজজনাঃ পাষণ্ডিনঃ নৃদেবাঃ বৃষলাঃ স্যুঃ যত্ৰ স্বাহাস্বধাবষট্ ইতি গিৰঃ ন স্ম [ তদ্ ] কল্লেঃ যুগান্তে ভগবান্ কলেঃ শাস্তা ভবিষ্যতি ।৩৮।

অনুবাদ

মায়াবী দানৱৰ দ্বাৰা নিৰ্ম্মিত মায়াৰথ বা বিষপুষ্পেৰে পৰিশোভিত সংসাৰ ৰাজ্যত স্থিতি হৈ বাৰম্বাৰ বিবিধ শক্তি লাভৰ কাৰণে প্ৰাণীবধৰূপ কৰ্ম্মৰ অনুষ্ঠান কৰাদেখি শ্ৰীভগৱানে সেই সকামকৰ্ম্মত আসক্ত শ্ৰৱণ কীৰ্ত্তন আদি ভক্তি হীন পাষণ্ড সকলক দয়া কৰি বুদ্ধৰূপে অৱতাৰ হয়। তেওঁ লোক বিলাকক কৰ্ম্মমাৰ্গৰ পৰা উদ্ধাৰ কৰিবৰ কাৰণে বিবিধ বেদ বিৰুদ্ধ শাস্ত্ৰ প্ৰচাৰ কৰে কিন্তু ই প্ৰকৃত পক্ষে বেদৰ বিৰুদ্ধ নহয় তাৎপৰ্য্যহে ॥ ৩৭ ॥

যেতিয়া হৰিমন্দিৰত হৰি কথা ৰহিত হব, ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য শূদ্ৰে বৈদিক ধৰ্ম্ম এৰি পাষণ্ড ( অধৰ্ম্মী আৰু

সর্গে তপোঽহমৃষয়ো নব যে প্ৰজেশাঃ,
স্থানেঽথ ধৰ্ম্মমখমন্বমৰাবনীশাঃ
অন্তে ত্বধৰ্ম্মহৰমন্যুবশাসুৰাদ্যা,
মায়াবিভূতয় ইমাঃ পুৰুশক্তিভাজঃ ॥ ৩৯
বিষ্ণোর্নু বীৰ্য্যগণনাং কতমোঽৰ্হতীহ
যঃ পাৰ্থিবান্যাপি কবিৰ্বিমমে ৰজাংসি।
চস্কম্ভ যঃ স্বৰহসাস্খলতা ত্ৰিপৃষ্ঠং
যস্মাৎ ত্ৰিসাম্যসদনাদুৰুকম্পায়নম্ ॥৪০

শ্ৰীশাঙ্কৰি

কহিলো সংক্ষেপে কিছু কৃষ্ণ গুণচয়।
বিস্তাৰি কহিবে মোৰ শক্য নাহি কয় ॥ ৪০ ॥

অন্বয়ঃ

নু (নাৰদ!) অস্খলতা স্বৰহসা (স্বৰূপশক্ত্যা) চস্কম্ভ (ধৃতবান্) ॥ ৪০ ॥

অনুবাদ

অনাচাৰী অৰ্থাৎ নাস্তিক) হব, ম্লেচ্ছ সকল ৰজা হৈ স্বাহা, স্বধা, বষট্ আদি মন্ত্ৰেৰে কৰিবলগীয়া যাগ-যজ্ঞ আদি বৈদিক ধৰ্ম্ম পৃথিবীৰ পৰা লোপ কৰিব, সেই কলিৰ শেষত শ্ৰীভগৱান কল্কীৰূপে অৱতাৰ হৈ ম্লেচ্ছ সকলক কাটি-মাৰি বশ্য কৰিব আৰু বৈদিক ধৰ্ম্ম শিক্ষা দিব ॥ ৩৮ ॥ সৃষ্টিৰ কাৰণে

নান্তং বিদাম্যহমমী মুনয়োঽগ্ৰজাস্তে,
মায়াবলস্য পুৰুষস্য কুতোঽবৰা যে।
গায়ন্গুণান্দশশতানন আদিদেবঃ,
শেষোঽধুনাপি সমবস্যতি নাস্যপাৰম্ ॥ ৪১।

অন্বয়ঃ

পুৰুষস্য মায়াবলস্য অন্তং অহং ন বিদামি তে অগ্ৰজাঃ অমী মুনয়ঃ ( চ ) যে অবৰাঃ কুতঃ? আদিদেবঃ শেষঃ দশশতাননঃ গুণান্ গায়ন্ অধুনা অপি অস্য পাৰং সমবস্যতি

অনুবাদ

তপস্যা, মই, ঋষিসকল, নজন প্ৰজাপতি, পালনৰ কাৰণে ধৰ্ম্ম, বিষ্ণু মনু, ইন্দ্ৰ ৰজাসকল, আৰু সংহাৰৰ কাৰণে অধৰ্ম্ম ৰুদ্ৰ, মহা হিংসুক অসুৰ প্ৰভৃতি এই সমস্তই অখিল শক্তি ধাৰী শ্ৰীহৰিৰ মায়াবিভূতি ॥ ৩৯ ॥

হে নাৰদ! বিষ্ণুৰ মহিমা সংক্ষেপে মই তোমাৰ আগত কীৰ্ত্তন কৰিলো কিন্তু সম্পূৰ্ণে কোনেও নোৱাৰে? আন কি কোনো কবি অনেক দিনে যত্ন কৰি পৃথিবীৰ যাবতীয় পৰমানু গণিবই পাৰিব পাৰে কিন্তু যি অচিন্ত্য মহিমাশালী ভগৱানে স্ব ঐশ্বৰ্য্য শক্তিৰ দ্বাৰা ত্ৰিগুণৰ সাম্য স্থান প্ৰকৃতিকে আৰম্ভ কৰি সত্যলোক পৰ্য্যন্ত বিশ্ব-ব্ৰহ্মান্দ ধাৰণ কৰি আছে সেই মহাপুৰুষৰ গুণ-লীলা বৰ্ণনা কৰি অন্ত কৰিব কেতিয়াও নোৱাঁৰে? ॥ ৪০ ॥

যেষাং স এষ ভগবান্দয়য়েদনন্তঃ,
সর্ব্বাত্মনাশ্রিতপদো যদি নির্ব্বলীকম্ ।
তে দুস্তৰামতিতৰন্তি চ দেবমায়াং,
নৈষাং মমাহমিতি ধীঃ শ্বশৃগালভক্ষ্যে ॥ ৪২ ।

অন্বয়ঃ

॥ ৪১ ॥ সঃ এষঃ ভগবান্ অনন্তঃ যেষাং দয়য়েৎ [ তে ] যদি নির্ব্যলীকং সর্ব্বাত্মনা শ্রিতপদঃ তে দুস্তৰং দেৱমায়াং অতিতৰন্তি [ ততঃ ] শ্ব শৃগালভক্ষ্যে এষাং মম অহং, ইতি ধীঃ ন ॥ ৪২ ॥

অনুবাদ

হে পুত্ৰ ! সেই মহাপুৰুষে জগতক সৃজন, পালন আৰু সংহাৰ কৰিবৰ কাৰণে যিমান ঐশ্বৰিক শক্তি আৰু বিভুতি প্ৰকাশ কৰে তাৰ অন্ত, মই আৰু তোমাৰ আদিতে জন্মা মুনি সকলেও কৰিব পৰা নাই ; তোমাৰ পাচত জন্মা লোক সকলে কেনেকৈ জানিব ? অনন্তে সহস্ৰ মুখে কীৰ্ত্তন কৰিও তেওঁৰ গুণৰ অন্ত নাপায় ? ॥ ৪১ ॥

নাৰদ ! মহিমাৰ অন্ত নাপালে যে মায়াৰ হাত এৰাব নোৱাৰে এনে নহয় সেই অনন্ত মহিমাশালী শ্ৰীভগৱানে যিসকলৰ প্ৰতি কৃপাদৃষ্টি কৰে আৰু সেই ভাগ্যবান সকলে যদি অকপট ভাবে কায়মনোবাক্যে দৃঢ় প্ৰতিজ্ঞা কৰি শ্ৰীভগৱানৰ চৰণত শৰণ লয় ; তেনেহলে তেওঁলোকে যোগেশ্বৰ হৰিৰ অতিদুস্তৰ যোগমায়াৰ বৈভব অনায়াসে বুজিব পাৰে ;

বেদাহমঙ্গ পৰমস্য হি যোগমায়াং,
যূয়ং ভবশ্চ ভগবানথ দৈত্যবৰ্য্যঃ
পত্নী মনোঃ স চ মনুশ্চ তদাত্মজাশ্চ,
প্ৰাচীনবৰ্হি ঋভুৰঙ্গ উত ধ্ৰুবশ্চ ॥৪৩
ইক্ষ্বাকুৰৈলমুচকুন্দ বিদেহ গাধি,
ৰঘ্বম্বৰীষ সগৰা গয়নাহুৰ্ষাদ্যাঃ
মান্ধাত্ৰলৰ্ক শতধন্বনুৰন্তিদেবা,
দেবব্ৰতো বলিৰমূৰ্ত্তৰয়ো দিলীপঃ ॥৪৪॥

## অনুবাদ

আৰু অতিক্ৰম কৰিবলৈও সমৰ্থ হয়। এনে ভাগ্যবান লোকৰ কেতিয়াও শৃগাল কুক্কুৰ আদিৰ ভক্ষ্য দেহত "মই আৰু মোৰ" ভাব নজন্মে ? ৪২।

হে পুত্ৰ ! শ্ৰীভগৱানৰ অপাৰ কৰুণাতে মই যোগমায়াৰ হাত এৰাই মুক্ত হৈ আছো। সনক আদি সিদ্ধসকল, ভগৱান মহাদেৱ, প্ৰহ্লাদ, স্বায়ম্ভুব মনু, শতৰূপা, প্ৰিয়ব্ৰত, উত্তানপাদ, আকুতি, প্ৰসুতি, দেবহূতি, প্ৰাচীনবৰ্হি, ঋভু, অঙ্গ, ধ্ৰুব, ইক্ষ্বাকু, পুৰূৰবা, মুচুকন্দ, নিমি, মহাৰাজ গাধি, ৰঘু, অম্বৰীষ, সগৰ, গয়, যযাতি, খট্বাঙ্গ, ভৰত, অজ, মান্ধাতা, অলৰ্ক, শতধনু, অনু, ৰন্তিদেব, ভীষ্ম, বলি, সৰ্জতি, দিলীপ আদি ; সৌভৰি, উতঙ্ক, শিবি, দেবল, পিপ্পলাদ, সাৰস্বত, উদ্ধৱ,

সৌভর্য্যুতঙ্ক শিবিদেবলপিপ্পলাদ,

সাৰস্বতোদ্ধবপৰাশৰ ভূৰিষেণাঃ

যেঽন্যে বিভীষণ হনূমদুপেন্দ্ৰদত্ত

পার্থাষ্টিষেণ বিদুৰ শ্ৰুতদেববৰ্য্যাঃ ॥৪৫॥

তে বৈ বিদন্ত্যতিতৰন্তি চ দেবমায়াং,

স্ত্ৰীশূদ্ৰহূনশবৰা অপি পাপজীবাঃ।

যদ্যদ্ভুতক্ৰমপৰায়ণশীলশিক্ষাস্তিৰ্য্যগ্‌জনা

অপি কিমু শ্ৰুতধাৰণা যে ॥৪৬॥

## অন্বয়

তে বৈ দেবমায়াং বিদন্তি চ তৰন্তি স্ত্ৰীশূদ্ৰহূনশবৰাঃ পাপজীবাঃ অপি তিৰ্য্যগ্‌জনাঃ যদি অদ্ভুতক্ৰমপৰায়ণশীলশিক্ষাঃ যে শ্ৰুতধাৰণাঃ [ তেষাং ] কিমু ॥৪৬। যত্ৰ অভি প্ৰতিবোধ-মাত্ৰং ( জ্ঞানৈকৰসং ) ॥ ৪৭

## অনুবাদ

পৰাশৰ, ভূৰিষেণ, বিভীষণ, হনূমান, শুকদেৱ, পঞ্চ পাণ্ডৱ, অষ্টিষেণ, বিদুৰ, শ্ৰুতদেৱ, উগ্ৰসেন আদি অনেক লোকে মায়াক তৰি, ভক্তি সৰোবৰত ডুবদি আছে ॥৪৩।৪৪।৪৫॥

আনকি,—স্ত্ৰী শূদ্ৰ, ম্লেচ্ছ, আৰু পাপকৰ্ম্মৰ দ্বাৰা জীৱিত ব্যাধ প্ৰভৃতি অজ্ঞানী—পাপী লোকেও যদি বৈষ্ণৱৰ সঙ্গলৈ বৈষ্ণৱৰ স্বভাৱ শিক্ষা কৰে, তেন্তে দেৱমায়া তৰি, অনায়াসে মুক্ত হয়। নাৰদ! ইয়াত কোনো সন্দেহ নাই—

শশ্বৎ প্ৰশান্তমভয়ং প্ৰতিবোধমাত্ৰং
শুদ্ধং. সমং সদসতঃ পৰমাত্মতত্ত্বম্।
শব্দো ন যত্ৰ পুৰুকাৰকবান্ ক্ৰিয়াৰ্থো
মায়া পৰৈত্যভিমুখে চ বিলজ্জমানা ॥৪৭॥
তদ্বৈ পদং ভগবতঃ পৰমস্য পুংসো
ব্ৰহ্মেতি যদ্বিদুৰজস্ৰসুখং বিশোকম্
সধ্ৰ্যঙ্ নিয়ম্য যতয়ো যমকৰ্ত্তহেতিং
জহ্যু স্বৰাড়িব নিপানখনিত্ৰমিন্দ্ৰঃ ৪৮।

অন্বয়ঃ

অজস্ৰসুখং বিশোকং পদং তৎ বৈ ব্ৰহ্ম ইতি বিদুঃ যস্য পৰমস্য পুংসঃ ভগবতঃ ষৎ ( মধুৰমূৰ্ত্তিং ) সধ্ৰ্যক নিময়া যতয়ঃ নিপানখনিত্ৰং স্বৰাট্ ইন্দ্ৰঃ ইব অকৰ্ত্তহেতিং জহ্যুঃ ॥৪৮॥

অনুবাদ

কাৰণ ; মনুষ্যৰ কথা দূৰে থাকক পশু-পক্ষীয়েও সৎসঙ্গতগতি লভে। যি সকল জ্ঞানীয়ে শ্ৰীভগৱানত চিত্ত সমৰ্পণ কৰে তেওঁলোকৰতো কথাই নাই ।৪৬।

যি জন নিত্য নিৰ্ম্মল সৰ্ব্বব্যাপক, প্ৰশান্ত, অভয়, পৰমপৱিত্ৰ জ্ঞানময়, বিষয় আৰু ইন্দ্ৰিয়ৰ সঙ্গহীন, এই বিশ্ব ব্ৰহ্মাণ্ডৰ সৃজন, পালন আৰু সংহাৰক তথাপি ক্ৰিয়াহীন আৰু শব্দ বা উপমাৰ অতীত, যাৰ সম্মুখত মায়াই থিয় দিব নোৱাৰি লজ্জাতে পাচৰ পিনে পলাই থাকে ।৪৭। মুনিসকলে যাক নিৰালয় অজস্ৰসুখ,

স শ্রেয়সামপি বিভুর্ভগবান্ যতোঽস্য
ভাবস্য ভাববিহিতস্য সতঃ প্রসিদ্ধিঃ
দেহে স্বধাতুবিগমে ঽনুবিশীর্য্যমাণে
ব্যোমেব তত্রপুরুষো ন বিশীর্য্যতেঽজঃ ॥৪৯।
সোঽয়ং তেঽভিহিতস্তাত ভগবান্ বিশ্বভাবনঃ
সমাসেন হরেনান্যদন্যস্মাৎ সদসচ্চ যৎ ॥৫০॥

অন্বয়ঃ

সঃ ভগবান্ শ্রেয়সাং অপি বিভুঃ যতঃ ভাবস্বভাববিহিতস্য অস্য সতঃ প্রসিদ্ধিঃ স্বধাতুবিগমে দেহে বিশীর্য্যমাণে অনু অজঃ পুরুষঃ তত্র ব্যোম ইব ন বিশীর্য্যতে ॥৪৯। হে তাত! সঃ অয়ং বিশ্বভাবনঃ ভগবান্ তে সমাসেন (অধ্যায়ত্রয়েন) অভিহিতঃ হরেঃ অন্যস্মাৎ সৎ চ অসৎ যৎ অন্যৎ ন ॥৫০।

অনুবাদ

শোকৰহিত পৰমপদৰ স্বৰূপ ব্ৰহ্ম বোলে। সেই পৰমপুৰুষ শ্ৰীভগৱানৰ অতি মনোহৰ মূৰ্ত্তিত চিত্ত সমৰ্পিত ভক্তৰ প্ৰতি কাল চক্ৰ দূৰতো বিদুৰ হয়, দিব্য সৰোবৰ পালে কুপ খান্দিবলৈ এৰি দিয়াৰ সদৃশ সাধ্য সাধনাও নথাকে,—কেবল পৰমানন্দ ৰস-ময়ী ভক্তিয়ে ভক্তক মুগ্ধ কৰি ৰাখে ॥ ৪৮ ॥

সেই ভগৱানে সাধক সকলক স্বৰ্গ-মোক্ষ আদি ফল দিয়ে। কিন্তু দাস্য আদি ভক্তিৰ ফল অতি উত্তম। ই জন্মজন্মান্তৰেও

ইদং ভাগবতং নাম যন্মে ভগবতোদিতম্
সংগ্ৰহোঽয়ং বিভূতীনাং ত্বমেতদ্বিপুলীকুৰু ॥৫১।

## শ্ৰীশাঙ্কৰি

তুমি সৰ্ব্বজান ইটো শাস্ত্ৰখান, প্ৰচাৰ কৰা লোকত।
অজ্ঞান গুছুক, জগত তৰোক লোক ভক্তি কৃষ্ণত।
কিন্তু মুনিবৰ ভকতিৰসৰ বিঘাত যেন নোহয়।
ছাড়ি জ্ঞানকৰ্ম্ম, কৃষ্ণ সেৱাধৰ্ম্ম, কৰিবা মাত্ৰ উদয় ॥
মায়াক আশ্ৰয়, কৰি কৃপাময়, কৰে নানা লীলাচয়।
তাহাৰ শ্ৰৱণ, কৰিলে কীৰ্ত্তন, কৃষ্ণপদে ৰতি হয় ॥
এতেকে তোমাত, কহিলো সাক্ষাত, কিছু কৃষ্ণলীলা যশ ॥
তেবেসে লোকৰ, হৈবেক কৃষ্ণৰ, চৰণত প্ৰেমৰস ॥ ৭
( ব্ৰহ্মাৰ পৰা তত্ত্বজ্ঞান আৰু আদেশ লভি নাৰদে )—
দিয়া কৃষ্ণডাক, উঠি বিধাতাক, অষ্টাঙ্গে কৰিলা নতি।
চৰণৰ ধূলি, শিৰে লৈলা তুলি, কৰিলা স্তুতি ভকতি ॥
বীনাক বজাই, কৃষ্ণ গুণগাই, আনন্দে ৰহিলা তথা।
কৃষ্ণ-প্ৰসাদত, ভৈলা সমাপত, সপ্তম আধ্যাৰ কথা ॥৭॥

## অনুবাদ

নাশ নহয়। অস্থি, মেদ, মাংস, শুক্ৰ, শোণিত ৰস আৰু মজ্জা নাশ হলে দেহ বিনাশ হয়, কিন্তু দেহৰ আকাশ নাশ নহয়। এই স্বৰূপ দেহৰ লগত জন্মহীন আত্মৰূপী পুৰুষো নাশ নহয়। দুনাই ভক্তি, জ্ঞান আদিৰ বাসনা অনুসাৰে উত্তম বা অধম দেহ ধাৰণ কৰি শ্ৰীভগৱানৰ প্ৰসাদ ভোগ কৰে ॥৪৯।

যথা হৰৌ ভগবতি নৃণাং ভক্তিৰ্ভবিষ্যতি
সৰ্ব্বাত্মন্যখিলাধাৰ ইতি সঙ্কল্প্য বৰ্ণয় ॥৫২॥

**অন্বয়ঃ**

ভগবতা ভাগবতং নাম ইদং যৎ উদিতং অয়ং বিভূতীনাং সংগ্ৰহঃ এতৎ ত্বং বিপলীকুৰু ॥৫১। যথা নৃণাং সৰ্ব্বাত্মনি অখিলাধাৰে ভগবতি হৰৌ ভক্তিঃ ভৱিষ্যতি ইতি সঙ্কল্প্য বৰ্ণয় ॥৫২॥

**অনুবাদ**

হে পুত্ৰ! মই তোমাৰ আগত সেই মহাপুৰুষৰ সৃষ্টি, স্থিতি, সংহাৰ-লীলা আৰু বিভূতি সংক্ষেপে বৰ্ণনা কৰিলোঁ। সমষ্টি আৰু ব্যষ্টি ৰূপ জগত, আৰু জীৱমায়া আদি সকলো স্থূল সূক্ষ্ম বস্তু, তেওঁত পৃথক নহয় ॥৫০। শ্ৰীভগৱানৰ ঐশ্বৰ্য্য-বিভূতীয়ে পৰিপূৰ্ণ এই মহাভাগৱত শ্ৰীভগৱানে চাৰিটি শ্লোকেৰে মোক কৈছিল। মই তোমাক তিনি অধ্যায়ে বুজাই দিলোঁ। তুমি এই ভাগৱত বিস্তাৰিত ভাৱে কীৰ্ত্তন কৰিবা ॥৫১॥

"হে নাৰদ! তুমি সৰ্ব্বজ্ঞ, কিন্তু লোকসকলৰ যিৰূপে পৰমাত্মা ভগবান হৰিত প্ৰেমভক্তি উদয় হয়, তাৰ কাৰণে যত্ন কৰিম বুলি দৃঢ় প্ৰতিজ্ঞা কৰা! তুমি জ্ঞান কৰ্ম্মক বিসৰ্জ্জন দি কেৱল ৰসময়ী ভক্তি কৃষ্ণগুণ নাম হে বিদিত কৰিবা ॥৫২॥ কাৰণ সেই পৰমেশ্বৰৰ মায়িক অৱতাৰ আদি

মায়াং বৰ্ণয়তোঽমুষ্য ঈশ্বৰস্যানুমোদতঃ
শৃণ্বতঃ শ্ৰদ্ধয়া নিত্যং মায়য়াত্মা ন মুহ্যতি ॥৫৩॥
ইতি শ্ৰীমদ্ভাগৱতে মহাপুৰাণে পাৰমহংস্যাং সংহিতায়াং
বৈয়াসিক্যাং দ্বিতীয়স্কন্ধে ব্ৰহ্মনাৰদসংবাদোনাম
সপ্তমোঽধ্যায় ॥৭॥

অন্বয়ঃ

অমুষ্য ঈশ্বৰস্য মায়াং নিত্যং শ্ৰদ্ধয়া বৰ্ণয়তঃ শৃণ্বতঃ অনুমোদতঃ আত্মা মায়য়া ন মুহ্যতি ॥৫৩॥

ইতি দ্বিতীয়স্কন্ধে সপ্তমোঽধ্যায়ঃ ॥৭॥

অনুবাদ

গুণ-লীলা যিসকলে শ্ৰদ্ধা সহকাৰে কীৰ্ত্তন কৰে বা শ্ৰবণ কৰে নতুবা শ্ৰৱণ কীৰ্ত্তন কৰিবলৈ অনুমতি দি আনন্দিত হয়। তেওঁলোকৰ আত্মা কৃষ্ণ চৰণত লীন হয়, আৰ অবিত্যা মায়াই মোহিব নোৱাৰে ॥৫৩॥

দ্বিতীয়স্কন্ধ মহাভাগৱতৰ সপ্তম আধ্যায় সমাপ্ত ॥৭॥

ভক্তিৰসামৃত।

ব্ৰহ্মাই পঞ্চম আৰু ষষ্ঠ অধ্যায়ত সৃষ্টিলীলা আৰু বিভূতি বৰ্ণনা কৰি, সপ্তম অধ্যাৰত শ্ৰীভগৱানসৰলীলা অৱতাৰ বৰ্ণনা কৰিলে আৰু নাৰদক বিস্তাৰিতভাৱে জগতত বিদিত কৰিবলৈ আদেশ দিলে। সপ্তম অধ্যা সমাপ্ত।

---

# অষ্টমোঽধ্যায়ঃ

ৰাজোবাচ—

ব্ৰাহ্মণা চেদিতো ব্ৰহ্মন্ গুণাখ্যানে ঽগুণস্যচ
যস্মৈ যস্মৈ যথা প্ৰাহ নাৰদো দেৱদৰ্শনঃ ॥ ১ ।
এতদ্বেদিতুমিচ্ছামি তত্ত্বং তত্ত্ববিদাংবৰ
হৰেৰদ্ভুতবীৰ্য্যস্যে কথালোকসুমঙ্গলাঃ ॥
কথয়স্ব মহাভাগ যথাহমখিলাত্মনি
কৃষ্ণে নিবেশ্য নিঃ সঙ্গং মনস্ত্যক্ষ্যে কলেবৰম্ ॥ ৩ ॥

অনুবাদ

মহাৰাজ পৰীক্ষিতে শুকদেৱক সুধিলে।—হে সৰ্ব্ববেদ-বিশাৰদ মহামুনি ! প্ৰভু শ্ৰীকৃষ্ণৰ লীলাতত্ত্বজ্ঞ নাৰদে ব্ৰহ্মাৰ আদেশ অনুসাৰে সেই গুণাতীত শ্ৰিগোবিন্দৰ লীলাকথা যি সকলৰ আগত কি প্ৰকাৰে কীৰ্ত্তন কৰিছিল ? হে সৰ্ব্বজ্ঞ ! সেই অদ্ভুত মহিমাশালী শ্ৰীহৰিৰ জগৎ সুমঙ্গল লীলাকথা শুনিব ইচ্ছা কৰিছো ? ১।২। হে দয়ালু ! মই যিমতে দেহ গেহ আদিৰ আসক্তি পৰিত্যাগ কৰি সৰ্ব্বাত্মা শ্ৰীকৃষ্ণ চৰণত নিৰ্ম্মল চিত্ত সমৰ্পণ কৰি দেহ ত্যাগ কৰিব পাৰো তাৰ কাৰণে আপুনি ভক্ত-বাৎসল্যাদিগুণে তেওঁৰ গুণলীলা কীৰ্ত্তন কৰক ॥৩।

শৃণ্বতঃ শ্ৰদ্ধয়া নিত্যং গৃণতশ্চ স্বচেষ্টিতম্
নাতিদীৰ্ঘেণ কালেন ভগবান্ বিশতে হৃদি ॥ ৪ ।
প্ৰবিষ্টঃ কৰ্ণৰন্ধ্ৰেণ স্বানাং ভাবসৰোৰুহম্
ধুনোতি শমলং কৃষ্ণঃ সলিলস্য যথা শৰৎ ॥ ৫ ।
ধৌতাত্মা পুৰুষঃ কৃষ্ণ পাদমূলং ন মুঞ্চতি
মুক্ত সৰ্ব্ব পৰিক্লেশঃ পান্থঃ স্বশৰণং যথা ॥ ৬ ।
যদধাতুমতো ব্ৰহ্মন্ দেহাম্ভোহস্য ধাতুভিঃ
যদৃচ্ছয়া হেতুনা বা ভবন্তো জানতে যথা ॥ ৭ ।
আসীদ্ যদুদৰাৎ পদ্মং লোকসংস্থানলক্ষণম্ —
যাবানয়ং বৈ পুৰুষ ইয়ত্তাবয়বৈঃ পৃথক্
তাবানসাবিতি প্ৰোক্তঃ সংস্থাবয়ৱবানিব ॥ ৮ ।

অন্বয়ঃ

অধাতুমতঃ ( পঞ্চভূতসম্বন্ধশূন্যস্য জীবাত্মনঃ ) দেহাৰম্ভঃ ( দেহসৃষ্টিঃ ) ॥৭। লোকসংস্থানলক্ষণং ( বিশ্বাধাৰং ) ৮॥

অনুবাদ

যিলোকে শ্ৰদ্ধাপূৰ্ব্বক কৃষ্ণকথা শ্ৰৱণ বা কীৰ্ত্তন কৰে কৃষ্ণ তেওঁৰ হৃদয়ত অনতিবিলম্বে প্ৰবেশ হয়। [illegible] শৰত কালে জল নিৰ্ম্মল কৰাৰ নিচিনা [illegible] কৰ্ণ পথেদি ভক্তসকলৰ হৃদিত প্ৰৱেশ হৈ কামনা বাসনা আদি মনৰ মল নাশ কৰে। কৃষ্ণকথা শ্ৰৱণৰ দ্বাৰা পবিত্ৰাত্মা পুৰুষে সমস্ত দুঃখৰ পৰা পৰিত্ৰাণ হৈ তুলাই আৰু কৃষ্ণপাদপদ্ম পৰিত্যাগ নকৰে ;—অতি অনুৰাগে সেৱা কৰি থাকে ; যিমতে প্ৰবাসীয়ে সৰ্ব্বসম্পত্তিৰে পৰিপূৰ্ণ হৈ নিজৰ গৃহলৈ গৈ সমস্ত দুঃখ দূৰ কৰে আৰু ধন আৰ্জ্জিবৰ কাৰণে বিদেশলৈ নাযায় ॥৪।৬।

অজঃ সৃজতি ভূতানি ভূতাত্মা যদনুগ্রহাৎ
দদৃশে যেন যদ্রূপং নাভিপদ্ম সমুদ্ভবঃ ॥ ৯।
স চাপি যত্র পুরুষো বিশ্বস্থিত্যুদ্ভবাপ্যয়ঃ
মুক্তাত্মমায়াং মায়েশঃ শেতে সর্ব্বগুহাশয়ঃ ॥ ১০।
পুরুষাবয়বৈর্লোকাঃ সপালাঃ পূর্ব্বকল্পিতাঃ
লোকৈরমুষ্যাবয়বাঃ সপালৈরিতি শুশ্রুম ॥ ১১
যাবান্ কল্প বিকল্পো বা যথা কালোঽনুমীয়তে
ভূত ভব্যভবচ্ছব্দ আয়ুম ানঞ্চ যৎ সতঃ ।১২॥

অনুবাদ

হে মহামুনি পঞ্চ ভূতৰ সম্বন্ধহীন জীৱাত্মাৰ যে পাঞ্চ ভৌতিক দেহৰ সম্বন্ধ হয় তাৰ কিবা হেতু আছে নে নাই তাক আপুনি জানে ।৭। জীৱ যেনে যথাযোগ্য হস্ত পদাদি যুক্ত, যাৰ নাভি কমলৰ পৰা ব্ৰহ্মা জন্মিছে সেই পদ্মনাভ ভগবানো সেইৰূপ যথাযোগ্য হস্তপদাদি যুক্ত এই কথা আপুনি কৈছে ; তেন্তে জীৱ আৰু ঈশ্বৰৰ ভেদ কি? ॥ ৮।
নাভি কমলত উপজা ব্ৰহ্মাই যি প্ৰকাৰে জগৎ সৃষ্টি কৰিবলৈ ক্ষমতাতালী হৈছে তাক ঈশ্বৰ স্বৰূপ দৰ্শন কৰিছে ? সেই ব্ৰহ্মাৰো নমস্য ভগৱান মায়িক নে অমায়িক ? ॥ ৯।
সৃষ্টি স্থিতি লয় কৰ্ত্তা সমস্তৰে অন্তৰ্যামী মায়াৰ অধিপতি শ্ৰীভগবানে স্বমায়াশক্তি পৰিহাৰ কৰি ক'ত থাকে ? ॥ ১০ ॥
বিৰাট পুৰুষৰ অঙ্গপ্ৰত্যঙ্গৰ পৰা ভূভুৰ্ব প্ৰভৃতি সমস্ত লোক

কালস্যানুগতির্যাতু লক্ষ্যতেঽণ্বী বৃহত্যপি
যাবত্যঃ কৰ্ম্মগতয়ো যাদৃশীর্দ্বিজ সত্তম ॥ ১৩
যস্মিন্ কৰ্ম্মসমাবায়ো যথা যেনোপগৃহ্যতে
গুণানাং গুণিনাঞ্চৈব পাৰিণামমভীপ্সতাম্ ॥ ১৪ ।
ভূঃ পাতালককুব্ব্যোমগ্ৰহনক্ষত্ৰভূভৃতাম্
সৰিৎ সমুদ্ৰ দ্বীপানাং সম্ভৱশ্চৈতদোকসাম্ ॥ ১৫ ।
প্ৰমাণ মণ্ডকোষস্য বাহ্যাভ্যন্তৰভেদতঃ
মহতাঞ্চানুচৰিতং বৰ্ণাশ্ৰমবিনিশ্চয়ঃ ॥ ১৬।

## অনুবাদ

আৰু লোকেশ্বৰ সকল উৎপন্ন হৈছে আপুনি এইকথা কৈছে আৰু সমস্ত লোক তেওঁৰ অঙ্গ প্ৰত্যঙ্গ এই কথাও কৈছে এই দুটা কথাৰ সামঞ্জস্য কি ? ॥ ১১ ॥ কল্প ( সৃষ্টি আৰু প্ৰলয়ৰ মধ্যবৰ্ত্তী কাল) আৰু বিকল্পৰ (মন্বন্তৰাদি কাল) পাৰিমাণ,ভূত ভবিষ্যত আৰু বৰ্ত্তমানবাচক কাল কিৰূপে বুজা যায় ? আৰু দেৱ মনুষ্যাদিৰ পৰমায়ু কিমান ? ১২ ।
হে দ্বিজশ্ৰেষ্ঠ ! পৰমাণু প্ৰভৃতি সূক্ষ্ম আৰু বৎসৰাদি স্থূল কালৰ সীমা ? কি কি কৰ্ম্মৰ দ্বাৰা জীৱৰ বিবিধ শুভ অশুভ ফল ভোগ ? ১৩ । ত্ৰিগুণৰ অধীন জীৱে নিজৰ উৎকৰ্ষ ( মঙ্গল ) কামনায় কি প্ৰকাৰে কোন কৰ্ম্মৰ অনুষ্ঠান কৰি সগুণ আৰু নিৰ্গুণ ফল লাভ কৰে ? ১৪ । পৃথিবী, পাতাল, দশোদিশ, আকাশ, গ্ৰহ, নক্ষত্ৰ, পৰ্ব্বত, নদী, সমুদ্ৰ দ্বীপ সমুহ সেই সেই স্থানবাসী জীৱসকলৰ উৎপত্তি ? ১৫ । ব্ৰহ্মাণ্ডৰ অন্তৰ আৰু বাহিৰৰ

যুগানি যুগমানঞ্চ ধৰ্ম্মো যশ্চ যুগে যুগে
অৱতাৰানুচৰিতং যদাশ্চৰ্য্যতমং হৰেঃ ॥ ১৭ ।
নৃণাং সাধাৰণো ধৰ্ম্মঃ সবিশেষশ্চ যাদৃশঃ
শ্রেণীনাং ৰাজৰ্ষীণাঞ্চ ধৰ্ম্মঃ কৃচ্ছ্রেষু জীৱতাম্ ॥ ১৮ ।
তত্ত্বানাং পৰিসংখ্যানাং লক্ষণং হেতুলক্ষণম্
পুৰুষাৰাধনবিধি র্যোগস্যাধ্যাত্মিকস্য চ ॥ ১৯ ।
যোগেশ্বৰৈ শ্বৰ্য্যগতিলিঙ্গভঙ্গস্তু যোগিনাম্
বেদোপবেদ ধৰ্মাণামিতিহাসপুৰাণয়োঃ ॥ ২০ ।

অনুবাদ

পৰিমাণ ? ব্ৰহ্মাণ্ডবাসী ভক্ত সকলৰ চৰিত্ৰ, বৰ্ণ বৰ্ণাশ্ৰমধৰ্ম্মৰ নিয়ম আৰু তাৎপৰ্য্য কি ? ১৬ ।

যুগ আৰু যুগৰ পৰিমাণ, যুগধৰ্ম্ম, যুগে যুগে হৰিৰ অতি আশ্চৰ্য্য অৱতাৰ আৰু লীলা চৰিত্ৰ এই বিলাক বৰ্ণন কৰক ? জীৱমাত্ৰৰে সাধাৰণ ধৰ্ম্ম কি ? বৰ্ণ আৰু আশ্ৰমানুসাৰে বিশেষ ধৰ্ম্ম কি ? সমস্ত লোকৰ পালন কৰিব লগা ধৰ্ম্ম কি ? ৰাজাবিলাকে ৰাজ্য কিৰূপে পালন কৰিব লাগে ? বিপদ কালত সৰ্ব্ববৰ্ণী আৰু সৰ্ব্ব আশ্ৰমীৰ ধৰ্ম্ম কিৰূপ ? প্ৰকৃতি প্ৰভৃতি চতুৰ্বিংশতি তত্ত্বৰ স্বৰূপ আৰু তটস্থ লক্ষণ ? আত্মতত্ত্ব পৰম পুৰুষ শ্ৰীকৃষ্ণচৰণ আৰাধনৰ প্ৰণালী ? আত্মতত্ত্বজ্ঞানৰ সাধন অষ্টাঙ্গযোগৰ বিধি ? যোগীসকলৰ ঐশ্বৰ্য্য আৰু সিদ্ধি ?

সংপ্লবঃ সৰ্ব্বভূতানাং বিক্ৰমঃ প্ৰতিসংক্ৰমঃ
ইষ্টাপূৰ্ত্তস্য কাম্যানাং ত্ৰিবৰ্গস্য চ যো বিধিঃ ॥২১॥
যো বানুশায়িনাং সৰ্গঃ পাষণ্ডস্য চ সম্ভবঃ
আত্মনো বন্ধমোক্ষৌ চ ব্যবস্থানাং স্বৰূপতঃ॥২২॥
যথাত্মতন্ত্ৰে ভগবান্ বিক্ৰীড়ত্যাত্মমায়য়া
বিসৃজ্য বা যথা মায়ামুদাস্তে সাক্ষিবদ্বিভুঃ ॥২৩॥
সৰ্ব্বমেতচ্চ ভগবন্ পৃচ্ছতে মেঽনুপূৰ্ব্বশঃ
তত্ত্বতোঽৰ্হস্যুদাহৰ্ত্তুং প্ৰপন্নায় মহামুনে ॥২৪॥

অনুবাদ

ঋক্ প্ৰভৃতি বেদ আয়ুৰ্বেদ প্ৰভৃতি উপবেদ আৰু ইতিহাস পুৰাণ আদিৰ কথিত ধৰ্ম্ম কিৰূপ ? ১৭।২০ ।

জীৱ সকলৰ সৃষ্টি, স্থিতি, লয় ? ইষ্টাপূৰ্ত্ত আদি কাম্যকৰ্ম্ম আৰু ধৰ্ম্ম, অৰ্থ, কাম এই ত্ৰিবৰ্গ সাধণৰ বিধি ? মহাপ্ৰলয়ত ঈশ্বৰত লীন জীৱৰ পুনাৰ সৃষ্টি কিৰূপে হয় ? পাষণ্ড সকলৰ উৎপত্তি ? জীবাত্মাৰ বন্ধন, মুক্তি আৰু স্বস্বৰূপত অবস্থান ? পৰম স্বতন্ত্ৰ শ্ৰীভগৱানে আত্মমায়াৰ লগত কেনে লীলা কৰে আৰু প্ৰলয়ত মায়াৰ সম্বন্ধ ত্যাগ কৰি কিমতে উদাসীন ভাবত অৱস্থান কৰে ? হেমহামুনি ! এই প্ৰশ্ন-বিলাকৰ উত্তৰ প্ৰদান কৰক আৰু মই যিবিলাক কথা সুধিব নাজানিলো সেই বিলাকো যথাৰ্থ কীৰ্ত্তন কৰি আমাক কৃতাৰ্থ কৰক ? গুৰো ! মই আপোনাৰ চৰণাশ্ৰিত ? ২১।২৪ ।

অত্র প্রমাণং হি ভবান্ পৰমেষ্ঠী যথাত্মভূঃ
অপৰে চানুতিষ্ঠন্তি পূৰ্ব্বেষাং পূৰ্ব্বজৈঃ কৃতম্ ॥২৫
ন মেহসবঃ পৰায়ন্তি ব্ৰহ্মন্ননশনাদিভিঃ
পিবতোঽচ্যুতপীযূষং ত্বদ্বাক্যাব্ধি বিনিঃসৃতম্ ॥২৬

অন্বয়ঃ

অত্র ( পূৰ্ব্বোক্ত প্ৰশ্ন বিষয়ে ) আত্মভূঃ ( শ্ৰীনাৰায়ণনাভি-কমলজাতঃ তৎকৃপায়ৈব লব্ধজ্ঞানঃ ) যথা পৰমেষ্ঠী ) ভবান্ ( ততো নাৰদঃ ততো ব্যাসঃ ততশ্চ ভবান্ ) হি প্ৰমাণং অপৰে চ পূৰ্ব্বেষাং পূৰ্ব্বজৈঃ কৃতং অনুতিষ্ঠন্তি ( অনুসৰন্তি ) ২৫ ॥

অনুবাদ

এই প্ৰশ্নবিলাকৰ সম্বন্ধে আপোনাৰ একো অবিদিত নাই ; কাৰণ শ্ৰীনাৰায়ণৰ কৃপাত ব্ৰহ্মা, নাৰদ, ব্যাস, আৰু আপুনি গুৰু পৰম্পৰা অনুক্ৰমে এই ভাগৱতত্ত্ব লাভ কৰিছে ! আপোনা লোকৰ মত অনুসৰণ কৰা লোকে কৃষ্ণ লীলা বিষয়ক এই মোৰ প্ৰশ্নৰ তত্ত্বদৰ্শী ! ২৪ । হে সৰ্ব্ববেদবিশাৰদ ! সৰ্ব্বজ্ঞ ! আপুনি মোৰ অভিপ্ৰায় নিশ্চয় বুজিছে ? মোৰ প্ৰাণ অনাহাৰ আৰু ব্ৰহ্মশাপৰ পৰা একো কাতৰ হোৱা নাই , কাৰণ, আপোনাৰ বচনসিন্ধু মন্থনৰ পৰা উদ্ভুত হৰিকথা অমৃত পান কৰি আছোঁ ॥২৬ ।

শ্ৰীসূত উবাচ।

স উপমন্ত্ৰিতো ৰাজ্ঞা কথয়ামিতি সৎপতেঃ
ব্ৰহ্মৰাতো ভৃশং প্ৰীতো বিষ্ণুৰাতেন সংসদি ।২৭

শ্ৰীশাঙ্কৰি।

সূতে শৌণকত, কন্তহৰিষত
এহিমতে নৃপবৰ
সভাৰমধ্যত সাদৰে শুকত
কৰিলা প্ৰশ্ন বিস্তৰ ॥
প্ৰশ্ন চয় শুনি শুকমহামুনি
অতি অনন্দিত ভৈলা
কৃষ্ণৰ চৰণ স্মৰি একমন
ভাগৱত কৈবে লৈলা ॥ ২৭ । ২৮ ॥
শুনানৰ নাৰী একমন কৰি
গোবিন্দৰ গুণচয়
পতিতৰ ত্ৰাণ কৃষ্ণবিনে আন
একো মতে নাহি কয় ॥
সংসাৰ নিকাৰ তৰা এহি বাৰ
মুখে লৈয়া হৰিনাম
কৃষ্ণৰ কিঙ্কৰে বচিল শঙ্কৰে
ডাকি বোলা ৰাম ৰাম

প্ৰাহ ভাগৱতং নাম পুৰাণং ব্ৰহ্মসম্মিতম্
ব্ৰহ্মণে ভগবৎ প্ৰোক্তং ব্ৰহ্ম কল্প উপাগতে ।২৮
যদ্‌যৎ পৰীক্ষিদৃষভঃ পাণ্ডুনামনু পৃচ্ছতি
আনুপূৰ্ব্বেন তৎ সৰ্ব্বমাখ্যাতুমুপচক্ৰমে ॥২৯
ইতি দ্বিতীয়ে অষ্টমোঽধ্যায়ঃ ॥৮॥

## অনুবাদ

সূতে কলে ।—হে শৌনক ! পৰীক্ষিতে মহাসভাৰ মধ্যত শ্ৰীকৃষ্ণৰ লীলাকথা কীৰ্ত্তন কৰিবলৈ কালে শুকদেৱে পৰম আনন্দ মনে ব্ৰহ্মকল্পত শ্ৰীনাৰায়ণে ব্ৰহ্মাক যি উপদেশ দিছিল সেই সৰ্ব্ববেদময় শ্ৰীমদ্ভাগবত নামক মহাপুৰাণ অদিৰ পৰা অন্তলৈ ।

পাণ্ডু কুলৰ তিলক মহাৰাজ পৰীক্ষিতে যিমান কথা শুধিছে তাৰ উত্তৰ স্বৰূপে কীৰ্ত্তন কৰে ? ২৭।২৯। অষ্টম আধ্যা সমাপ্ত ॥ ৮ ॥

## নবমোঽধ্যায়ঃ ॥

শ্রীশুক উবাচ।

আত্মমায়ামৃতে রাজন্ পরস্যানুভবাত্মনঃ
ন ঘটেতার্থসম্বন্ধ স্বপ্নদ্রষ্টু রিবাঞ্জসা ॥১
বহুরূপ ইবাভাতি মায়য়া বহুরূপয়া।
ৰমমাণো গুণেস্বস্যা মমাহমিতি মন্যতে ॥২॥
যর্হি বাব মাহিম্নি স্বে পরস্মিন্ কালমায়য়োঃ
ৰমেত গতসম্মোহস্ত্যক্ত্বোদাস্তে তদোভয়ম্ ॥৩॥

অন্বয়ঃ।

অনুভবাত্মনঃ (সচ্চিদানন্দস্য জীৱস্য)। ১। বহুৰূপ ইব (বালাযুবাদি ৰূপঃ দেৱমণুষ্যাদি ৰূপশ্চ)। ২। উদাস্তে (অনাসক্তো ভৱতি) ॥ ৩ ॥

অনুবাদ।

শ্রীশুকদেৱে কলে:—মহাৰাজ! বিনা নিদ্ৰাই স্বপ্ন দেখা অসম্ভৱৰ নিচিনা মায়াৰ অতীত সচ্চিদানন্দময় জীৱৰ [শ্রীভগবানৰ বহিৰঙ্গ] মায়াৰ সম্বন্ধ বিনা দেহ গেহ আদিত "আমাৰ" "আমি" ইত্যাদি অভিমান হব নোৱাৰে॥ বহু ৰূপিণী মায়াৰ ৰচিত দেহাদিত আসক্ত জীৱ—বালক,

**আত্মতত্ত্ববিশুদ্ধ্যর্থং যদাহভগবানৃতম্**
**ব্রহ্মণে দর্শয়ন্ ৰূপমব্যলীকব্রতাদৃতঃ ॥৪॥**

অন্বয়ঃ।

অব্যলীকব্রতাদৃতঃ ( নিষ্কপট ভক্তি যোগেন সেবিতঃ ) ঋতং ( সত্যং চিদ্‌ঘনং ) ৰূপং (স্ববৈকুণ্ঠ ধাম চতুৰ্ভুজ ৰূপঞ্চ ) দৰ্শয়ন্ ( প্ৰকটয়ন্ ) আত্মতত্ত্ববিশুদ্ধ্যৰ্থং ( জীবস্য তত্ত্বজ্ঞানাৰ্থং ) ॥।

অনুবাদ।

দেৱতা মনুষ্য প্ৰভৃতি বহুৰূপে প্ৰকাশিত হৈ; দেহ-গেহাদিত " আমি " আমাৰ " আদি অভিমান কৰে॥ ২।
যেতিয়া জীৱে মায়াৰ হাত এৰাই বিমুক্ত হৈ কাল আৰু মায়াৰ অতীত স্বীয় মহিমা প্ৰকাশক শ্ৰীভগৱানৰ চৰণ সেৱাত ৰতি কৰে, তেতিয়া জীৱৰ মায়িক জগতৰ সম্বন্ধ দূৰ হয় আৰু স্ব সচ্চিদানন্দ ময় ৰূপত অবস্থান হয়॥ ৩॥
মহাৰাজ ! দেহধাৰী জীৱ আৰু ঈশ্বৰ একে নহয় ? কিন্তু ভক্তি হীন জীৱে এই তত্ত্ব বুজিব নোৱাৰে; এই জ্ঞান লাভৰ উপায় স্বয়ং ভগৱান হৰিয়ে নিজৰ সচ্চিদানন্দময় বৈকুণ্ঠ নগৰ আৰু স্বমূৰ্ত্তিৰে দেখাই অকপট ভক্তিৰে সন্তুষ্ট কৰা ব্ৰহ্মাৰ আগত কীৰ্ত্তন কৰিছিল; সেই শ্ৰীহৰিৰ লীলা ৰহস্য শ্ৰৱণ কৰক ? ৪।

স আদিদেবো জগতাং পৰোগুৰুঃ
স্বধিষ্ণ্যমাস্থায় সিসৃক্ষয়ৈক্ষত ॥
তাং নাধ্যগচ্ছদ্দৃশমত্ৰ সম্মতাং
প্ৰপঞ্চনিৰ্ম্মাণ বিধিৰ্যয়া ভবেৎ ॥৫॥
স চিন্তয়ন্দ্ব্যক্ষৰমেকদাম্ভস্যুপ
শৃণোদ্দ্বিৰ্গদিতং বচো বিভুঃ ॥
স্পৰ্শেষু যৎ ষোড়শমেকবিংশং
নিষ্কিঞ্চনানাং নৃপ যদ্ধনং বিদুঃ ॥৬॥

অন্বয়ঃ। -

হে নৃপ ! সঃ বিভুঃ একদা চিন্তয়ন্ নিষ্কিঞ্চনানাং যৎ ধনং বিদুঃ [ তৎ ] স্পৰ্শেষু ( বৰ্গবৰ্ণেষুমধ্যে ) ষোড়শ বৰ্ণং "ত") এক বিংশং একবিংশং " প " দ্ব্যক্ষৰং দ্বিৰ্গদিতং বচঃ উপাশৃণোৎ ॥ ৬॥

অনুবাদ। -

হে মহাৰাজ ! জগতৰ আদিদেৱ আৰু পৰম গুৰু ব্ৰহ্মাই নিজৰ জন্ম স্থান পদ্মৰ ওপৰতে বহি, কিস্বৰূপে জগৎ নিৰ্ম্মিব আলোচনা কৰিছে। কিন্তু জগত সৃষ্টি কৰিব দূৰৰ কথা নিজেই বা কোন তাৰ একো নিশ্চয় কৰিব নোৱাৰিলে, বাৰম্বাৰ একান্ত মনে চিন্তা কৰিব ধৰিলে ! চিন্তাকৰি থাকোঁতে থাকোঁতে, এদিন তেওঁ একান্ত ভক্ত সকলৰ যাক পৰম ধন বুলি কয় সেই তপ বাণী দুবাৰ উচ্চাৰণ কৰাশুনিলে ॥ ৫ । ৬ ।

নিশম্য তদ্বক্তৃদিদৃক্ষয়াদিশো
বিলোক্য তত্রান্যদপশ্যমানঃ
স্বধিষ্ণ্যমাস্থায় বিমৃশ্য তদ্ধিতং
তপস্যুপাদিষ্ট ইবাদধে মনঃ ॥৭॥
দিব্যং সহস্রাব্দমমোঘদর্শনো
জিতানিলাত্মা বিজিতোভয়েন্দ্রিয়ঃ
অতপ্যত স্মাখিললোকতাপনং
তপস্তপীয়াং স্তপতাং সমাহিতঃ ॥৮॥
তস্মৈ স্বলোকং ভগবান্ সভাজিতঃ
সন্দর্শয়ামাস পৰং ন যৎপৰম্ ।
ব্যপেতসংক্লেশবিমোহসাধ্বসং
স্বদৃষ্টবদ্ভির্বিবুধৈৰভিষ্টুতম্ ॥৯॥

অনুবাদ ।

এই "তপ-তপ" বাণী কোনে কলে তাৰ মুখ খেদিবৰ কাৰণে ব্ৰহ্মাই দশোদিশে বিচাৰি চালে । কিন্তু কাকো নেদেখি ভাবিলে যে কোনোবাই মোৰ হিতৰ কাৰণে তপস্যা কৰিবলৈ উপদেশ দিছে, এই তপস্যাৰে মোৰ মঙ্গল হব । এই বুলি তুনাই পদ্মৰ ওপৰত বহি তপস্যাত মন নিযুক্ত কৰিলে ॥ ৭ । তপ কৰোঁতাৰ মধ্যত মহাতপী ব্ৰহ্মাই প্ৰান বায়ু আৰু জ্ঞান কৰ্ম্মেন্দ্ৰিয় নিৰোধ কৰি একান্ত মনে দিব্য হাজাৰ বছৰ সৰ্ব্বলোক প্ৰকাশক দিব্য তপস্যা আচৰণ কৰিলে ॥ ৮ ॥

প্রবর্ত্ততে যত্র ৰজস্তমস্তয়োঃ
সত্ত্বঞ্চ মিশ্রং ন চ কালবিক্রমঃ ।
ন যত্র মায়া কিমুতাপৰে হৰে
ৰনুব্রতা যত্র সুৰাসুৰার্চ্চিতঃ ॥ ১০ ॥
শ্যামাবদাতাঃ শতপত্রলোচনাঃ
পিশঙ্গবস্ত্রাঃ সুৰুচঃ সুপেশসঃ ।
সর্ব্বে চতুর্ব্বাহব উন্মিষন্মনি
প্রবেকর্ণিষ্কাভৰণাঃ সুবর্চ্চসঃ ॥ ১১ ॥

অনুবাদ

শ্রীভগৱানে সেই তপস্যাত সন্তুষ্ট হৈ ব্রহ্মাক সমস্তৰে বন্দনীয় নিজ বৈকুণ্ঠ নগৰী দেখুৱালে। সেই বৈকুণ্ঠত জৰা, মৃত্যু, আদি ক্লেশ, ভয়, মোহ, অজ্ঞান লেশ মাত্রও নাই। কেৱল পুণ্যবানলোক সকলে সৰ্ব্বদায় তেওঁৰ গুণ চৰিত্র কীর্ত্তন কৰি আছে ।৯। তাত যি শুদ্ধসত্ত্ব গুণ আছে, সি ৰজোগুণ আৰু তমোগুণেৰে মিশ্র নহয়! লোভ আদিৰ কথা দূৰে থাকক কাল আৰু মায়াদিও তাত প্রভুত্ব কৰিব নোৱাৰে। মহাৰাজ! তাত শ্রীহৰিৰ দেৱাসুৰ বন্দনীয় যিসকল পাৰিষদ আছে, তেওঁ লোকৰ, সৌন্দর্য্য অতি মনোহৰ। সকলোৰে ৰূপ—শ্যাম আৰু উজ্জ্বল চক্ষু—কমলৰ পাহিসম আয়ত, বসন—পীত বর্ণ, শৰীৰৰ কান্তি—অতি লাৱণ্য, আৰু অঙ্গ—সুকোমল তেওঁ সকল চতুর্ভুজ আৰু

প্ৰবালবৈদূৰ্য্যমৃণালবৰ্চ্চসঃ
পৰিস্ফুৰৎ কুণ্ডল-মৌলিমালিনঃ।
গায়ন্তি সামানি নৰ্মন্তি বৈ বিভুং
স্মৰন্তি নন্দন্তি গৃণন্তি পাৰ্ষদাঃ ॥ ১২ ॥

### অনুবাদ

উজ্জ্বল হীৰা মণি মুক্তাময় কেয়ুৰ কঙ্কণ আদি আভৰণে সুশোভিত। মহাতেজস্বী। ১০। ১১ তেওঁ লোকৰ প্ৰভা প্ৰবাল বৈদূৰ্য্য আৰু মৃনালৰ আভাৰ সদৃশ। কৰ্ণত মকৰ কুণ্ডল ডোলিছে, গলত সুগন্ধীপঙ্কজমালা আৰু শিৰত ৰত্নময় কিৰীটি।

এইবিলাক অলঙ্কাৰৰ জ্যোতিয়ে পূৰ্ণচন্দ্ৰসমমুখকমল প্ৰকাশিত আনকি তেওঁলোকৰ শৰীৰৰ মহা ৰশ্মি পুঞ্জে দশদিশ প্ৰকাশ কৰিছে। এই পাৰিষদ সকলে শাৰী শাৰী অসংখ্য বিমানত বহি, প্ৰভু শ্ৰীকৃষ্ণৰ লীলাচৰিত্ৰ হাতৰে তালধৰি কীৰ্ত্তন কৰি ফুৰিছে। কোন কোন ঠাইত ভক্ত সকলে বহি আনন্দ মনে কৃষ্ণ কথাকৈ আছে—তাক অনেক লোকে চাৰিও পিনে বেঢ়ি শুনিছে, কতলোকে প্ৰেম ৰসে মগ্নহৈ মাজে মাজে উঠি কীৰ্ত্তন কৰিছে, কতোলোকে চাপৰি বজাই জয় জয় ধ্বনি কৰি ফুৰিছে। কতোলোকে প্ৰেমতে কৃষ্ণ কৃষ্ণ বুলি ডাক দি নাচি ফুৰিচে মাজে মাজে কতোলোকে শ্ৰীকৃষ্ণৰ মধুৰ মুৰ্ত্তি হৃদয়ত ধ্যানকৰি নিজক পাহৰি আছে আৰু কোনো কোনো ঠাইত ভক্ত সকলে

ভ্ৰাজিষ্ণুভির্যঃ পৰিতো বিৰাজতে
লসদ্বিমানবলিভি র্মহাত্মনাম্
বিদ্যোতমানঃ প্ৰমদোত্তমাদ্যুভিঃ
সবিদ্যুদভ্ৰাবলিভির্যথা নভঃ ॥ ১৩ ॥
শ্ৰীর্যত্ৰ ৰূপিণ্যুৰুগায়পাদয়োঃ
কৰোতি মানং বহুধা বিভূতিভিঃ।
প্ৰেঙ্খং শ্ৰিতা যা কুসুমাকানুগৈ
বিগীয়মানা প্ৰিয়কৰ্ম্ম গায়তী ॥ ১৪ ॥

অনুবাদ।

লগলাগি কৃষ্ণ চেষ্টা কৰিছে ॥ ১২। সেই বিমান বিলাকতে লক্ষ্মীসম দিব্যনাৰী বিলাকেও হৰিগুণ কীৰ্ত্তন কৰি আছে। মহাপুৰুষ সকলৰ হীৰা মণি মৰকত ময় অতি উজ্জ্বল বিমান বিলাকৰদ্বাৰা আৰু দিব্য ৰমণী সকলৰ কান্তিৰ দ্বাৰা বৈকুণ্ঠ পুৰ বিদ্যুতৰ সহিত নবীন মেঘে শোভিত আকাশ মণ্ডলৰ সদৃশ শোভা পাইছে ॥১৩ ॥

সেই বৈকুণ্ঠত লক্ষ্মীয়ে মনোহৰ মূৰ্ত্তিধৰি বিবিধ বিভূতিৰে প্ৰভু শ্ৰীকৃষ্ণৰ চৰণ পূজা কৰিছে—পাৰিষদ সকলে দিব্য দোলৰ ওপৰত দিব্য সিংহাসনত তুলিলৈ প্ৰভু শ্ৰীকৃষ্ণক দোলাইছে। আন ভক্তসকলে দন্দ ছত্ৰ, চামৰ ধৰি আৰু বিবিধ বাদ্যভাণ্ড বজাই কৃষ্ণগুণ কীৰ্ত্তন কৰি, "জয় বৈকুণ্ঠ পতি শ্ৰীকৃষ্ণৰ জয়" বুলি চাৰিও ফালৰ পৰা প্ৰভু শ্ৰীকৃষ্ণৰ শৰীৰত ফাকুদিছে ॥ ১৪ ।

দদর্শ তত্ৰাখিলসাত্বতাং পতিং
শ্ৰীয়ঃ পতিং যজ্ঞপতিং জগৎপতিম্
সুনন্দনন্দপ্ৰবলাৰ্হণাদিভিঃ
স্বপাৰ্ষদমুখ্যৈঃ পৰিসেবিতং বিভূম্ ॥ ১৫ ॥
ভৃত্যপ্ৰসাদাভিমুখংদৃগাসবংপ্ৰসন্নহাসাৰুণলোচনাননম্
কিৰীটিনং কুণ্ডলিনং চতুৰ্ভুজং
পীতাম্বৰং বক্ষসি লক্ষিতংশ্ৰীয়া ॥ ১৬ ॥
অধ্যৰ্হণীয়াসনমস্থিতং পৰং
বৃতং চতুঃ ষোড়শ-পঞ্চশক্তিভিঃ
যুতং ভগৈঃস্বৈৰিতৰত্ৰ চাধ্ৰুবৈঃ
স্ব এব ধামন্ৰমৰাণ-মীশ্বৰম্ ॥ ৭ ॥

অনুবাদ।

হে মহাৰাজ! ব্ৰহ্মাই এই মহামনোহৰ বৈকুণ্ঠ নগৰত ভকতৰ পতি, যজ্ঞপতি, লক্ষ্মীৰ পতি, জগতৰ পতি, পতিতৰ গতি মনোহৰ মূৰ্ত্তি প্ৰভু শ্ৰীকৃষ্ণক দেখিলে। সুনন্দ নন্দ প্ৰবল আৰু অৰ্হণ প্ৰভৃতি মুখ্য পাৰিষদ সকলে চাৰিও পিনে বহি তেওঁৰ চৰণ সেবা কৰি আছে ॥ ১৫।

তেওঁ ভৃত্য সকলক প্ৰসাদ দিবলৈ ইচ্ছা কৰি আছে॥ প্ৰভু শ্ৰীকৃষ্ণৰ প্ৰসন্নহাস্য আৰু অৰুণ নয়নে অতিশোভিত মস্তকত কিৰীটি, কৰ্ণত কুণ্ডল, শ্যাম শৰীৰত—পীত বসন বক্ষঃস্থলত লক্ষ্মীৰ চিহ্ন; চাৰিখন হাতত শঙ্খ, চক্ৰ, গদা আৰু পদ্ম শোভা পাইছে ॥ ১৬ ॥

তদ্দৰ্শনাহ্লাদ পৰিপ্লুতান্তৰো
হৃষ্যত্তনুঃ প্ৰেমভ ৰাশ্ৰুলোচনঃ ।
ননাম পাদদাম্বুজস্থ বিশ্বসৃগ্
যৎপাৰমহংস্যেনপথাধিগম্যতে ॥ ১৮ ॥

**অন্বয়ঃ**

অধ্যাৰ্হনীয়ং আসনং আস্থিতং চতুঃ ষোড়শ পঞ্চশক্তিভিঃ বৃতং স্বৈ ইতৰত্ৰ অধ্ৰুবৈঃ স্বএব ধামন ৰমমাণং পৰং ঈশ্বৰং দদৰ্শ ॥ ১৭। বিশ্বসৃক্ ( ব্ৰহ্মা ) ১৮ ।

**অনুবাদ**

হে মহাৰাজ ! মহাপুৰুষ প্ৰভুশ্ৰীকৃষ্ণই স্বস্বৰূপত স্থিতি হৈ কোটিসূৰ্য্যসম মূৰ্ত্তিৰে দশোদিশ প্ৰকাশিত কৰি এটি দিব্য মন্দিৰৰ ভিতৰত ত্ৰিভুবনৰ বন্দনীয় এখন দিব্য সিংহাসনত বহি আছে। তেওঁক মূলপ্ৰকৃতি, পুৰুষ ( জীৱশক্তি ) মহত্তত্ত্ব আৰু অহঙ্কাৰ। ৰূপ, ৰস, গন্ধ, স্পৰ্শ শব্দ এই পঞ্চ মহাভুত, একাদশ ইন্দ্ৰিয়। এই পঞ্চবিংশতি শক্তিয়ে মূৰ্ত্তিমান হৈ চৌপাশে উপাসি আছে আৰু অনিমাআদি অষ্ট ঐশ্বৰ্য্যেও মূৰ্ত্তি ধৰি প্ৰভুৰ চৰণ সেৱি আছে। শ্ৰীকৃষ্ণৰ এই মনোহৰ ৰূপ দেখি ব্ৰহ্মাৰ চিত্ত অনন্দতে মগ্ন, শৰীৰ ৰোমাঞ্চ আৰু চক্ষুৰ পৰা প্ৰেমাশ্ৰু পৰিব ধৰিলে। ব্ৰহ্মাই আথে বেথে আগবাঢ়ি গৈ কৃষ্ণ পাদপদ্মত প্ৰণাম কৰিলে। মহাৰাজ ।এইপাদপদ্ম একান্ত ভক্ত যোগীসকলে সদায় সেৱি থাকে ॥ ১৭।১৮ ॥

তং প্রীয়মাণং সমুপস্থিতং কবিং
প্রজাবিসর্গে নিজ শাসনার্হণম্ ।
বভাষ ঈষৎ স্মিতৰোচিষা গিৰা
প্রিয়ং প্রীতমনাঃকৰে স্পৃশন্ ॥ ১৯ ॥
শ্রীভগবানুবাচ ।—ত্বয়াহংতোষিতঃ সম্যগ্বেদগর্ভসিসৃক্ষয়া
চিৰং ভৃতেন তপসা দুস্তোষঃ কূটযোগিনাম্ ॥ ২০ ॥

## অন্বয়ঃ

প্রীতমনঃ প্রিয়ঃ ( শ্রীভগবান্ ) নিজশাসনার্হণং প্রজাবিসর্গে সমুপস্থিতং প্রীয়মাণং তং প্রিয়ং কবিং কৰে স্পৃশন্ ঈষৎস্মিত ৰোচিষা গিৰা বভাষে ॥ ১৯ । শ্রীভগবান্ উবাচ—হে বেদগর্ভ অহং কূটযোগিনাং দুস্তোষঃ কিন্তু ত্বয়া সিসৃক্ষয়া চিৰং ভৃতেন তপসা সম্যক্ তোষিতঃ ॥ ২০ ।

## অনুবাদ

জগতৰ পৰম প্রিয় শ্রীভগৱানে নিজৰ শাসন ( উপদেশ ) গ্রহণ কৰিবৰ পাত্র আৰু প্রজাসৃষ্টি কৰিবলৈ উপস্থিত পৰম প্রীতি অৰু ভক্তি সহকাৰে চৰণত নমস্কাৰ কৰিথকা ব্রহ্মাক মস্তকত ধৰি প্রসন্নমনে হাঁহি হাঁহি কব ধৰিলে ॥ ১৯ ॥ শ্রীভগবানেকলে হে বেদগর্ভ ! মই ভণ্ডযোগীসকলৰ তপস্যাত সন্তুষ্ট নহও । কিন্তু তুমি সৃষ্টি কৰিবৰ কামনায় বহুদিন একাগ্র মনেতপস্যা কৰি মোক অতিশয় সন্তোষিত কৰিলা ॥২০ ।

বৰং বৰয় ভদ্ৰং তে বৰেশং মাভিবাঞ্ছিতম্ ।
ব্ৰহ্মন্ শ্ৰেয়ঃ পৰিশ্ৰমঃ পুংসাং মদ্দৰ্শনাবধিঃ ॥ ২১ ॥
মনীষিতানুভাবোঽয়ং মম লোকাবলোকনম্ ।
যদুপশ্ৰুত্য ৰহসি চকৰ্থ পৰমং তপঃ ॥ ২২ ॥
প্ৰত্যাদিষ্টং ময়া তত্ৰ ত্বয়ি কৰ্ম্মবিমোহিতে
তপো মে হৃদয়ং সাক্ষাদাত্মাহং তপসোঽনঘ ॥ ২৩ ॥

## অন্বয়ঃ

পৰিশ্ৰমঃ ( মঙ্গলাৰ্থযত্নঃ ) মমদৰ্শন এব অবধিঃ ॥ ২১ । মণীষিতানুভাবঃ ( মমইচ্ছা প্ৰভাবঃ ) ॥ ২২ । কৰ্ম্মবিমোহিতে ( সৃষ্টিকৰ্ম্মণি মোহংপ্ৰাপ্তে ) ॥ ২৩ ॥

## অনুবাদ

এতেকে তোমাৰ মঙ্গল হ'ক ! হে জ্ঞানি ! তুমি অভিলাষিত বৰ প্ৰাৰ্থনা কৰা ? কাৰণ, লোকে মঙ্গল সাধিবৰ কাৰণে যত্ন কৰি যদি সৰ্ব্ববৰদাতামোক দেখে, তেন্তে তাৰ সমস্ত কামনা পূৰ্ণ হয় ॥ ২১ । হে ব্ৰহ্মা ! তুমি যে এই বৈকুণ্ঠনগৰ দেখিলা মোৰ অনুগ্ৰহ—মই ইচ্ছাকৰি হে দেখুৱালো ! কাৰণ তুমি নিৰ্জ্জনত বহি "তপতপ" বাণী শুনিয়েই পৰম তপস্যা কৰিছা ॥ ২২ । "তপতপ" বাণী কোনে কৈছিল জানানে ? তুমি সৃষ্টিকাৰ্য্যত বিমোহিত হোৱাদেখি, মইয়ে তপস্যা কৰিবলৈ উপদেশ দিছিলো । নিষ্পাপ ! তপস্যাই মোৰ হৃদয় আৰু সাক্ষাৎ মযো তপস্যাৰ আত্মা ॥ ২৩ ॥

স্বজামি তপসৈবেদং গ্রসামি তপসাপুনঃ।
বিভর্মি তপসা বিশ্বং বীর্য্যং মে দুশ্চৰং তপং ।২৪।

ব্রহ্মোবাচ—

ভগবন্ সৰ্ব্বভূতানামধ্যক্ষোঽবস্থিতো গুহাম্।
বেদ হ্যপ্রতৰুদ্ধেন প্রজ্ঞানেন চিকীর্ষিতম্ ॥২৫।
তথাপি নাথমানস্য নাথ নাথয় নাথিতম্।
পৰাবৰে যথা ৰূপে জানীয়াংতে ত্বৰূপিণঃ ॥২৬।
যথাত্মমায়াযোগেন নানাশক্ত্যুপবৃংহিতম্।
বিলুম্পন্ বিস্বজন্ গৃহ্ণন্‌বিভ্রদাত্মানমাত্মনা ॥২৭

অনুবাদ

এই বিশ্ব ব্রহ্মাণ্ড অতি দুস্কৰ তপস্যাৰ বলেৰে স্বজন পালন, আৰু সংহাৰ কৰোঁ? হে ব্রহ্মা তপস্যাই মোৰ শক্তি? ।২৪।

ব্রহ্মাই কলে—হে ভগবন্! আপুনি সমস্ত ভূতৰে অন্তর্য্যামী আৰু পৰম ঈশ্বৰ। আপুনি অখণ্ডিত সদাশুদ্ধ চৈতন্য জ্ঞানৰ বলেৰে সকলোৰে অভিপ্রায় জানে আৰু স্ব স্বৰূপো জানে; কিন্তু আমি অজ্ঞান এতেকে আপোনাৰ স্বৰূপ জানিবৰ কাৰণে তপস্যাৰে প্রার্থনা কৰিছোঁ। হে স্বামি! যি উপদেশত আমি ৰূপবিহীন্—আপোনাৰ স্থূল আৰু সূক্ষ্মৰূপ বুজিপাওঁ সেই উপদেশ প্রার্থনা কৰিছো, আপুনি পূর্ণ কৰক ॥২৫

আপুনি স্বযোগমায়াবলে যিৰূপে আপোনাৰ বিবিধ শক্তি বিস্তাৰিত কৰি জগৎ স্রজন পালন আৰু সংহাৰ কৰে আৰু বিবিধ অৱতাৰ ধাৰণ কৰে সেই ৰহস্য প্রদান কৰক ॥২৭

ক্ৰীড়স্যমোঘসংকল্প ঊৰ্ণনাভৰ্যথোণুতে।
তথা তদ্বিষয়াং ধেহি মনীষাং ময়ি মাধব ।২৮।
ভগবচ্ছিক্ষিতমহং কৰবাণি হ্যতন্দ্ৰিতঃ
নেহমানঃ প্ৰজাসৰ্গং বধ্যেয়ং যদনুগ্ৰহাৎ ॥২৯।
যাবৎ সখা সখ্যুৰিবেশ তে কৃতঃ
প্ৰজাবিসৰ্গে বিভজামি ভো জনম্।
অবিক্লবস্তে পৰিকৰ্ম্মণি স্থিতো মা
মে সমুন্নদ্ধমদোঽজমানিনঃ ॥৩০॥

অন্বয়ঃ

অমোঘসঙ্কল্পঃ ঊৰ্ণনাভিঃ যথা ঊৰ্ণুতে তথা ক্ৰীড়সি হে মাধব! তৎ বিষয়াং মণীষাং (বুদ্ধিং) ময়ি ধেহি ॥২৮। শিক্ষিতং (উপদিষ্টং) অতন্দ্ৰিতঃ (আলস্যহীনঃ) ॥২৯।

অনুবাদ

আপোনাৰ সংকল্প অব্যৰ্থ! পলুৱে যিৰূপে সূতাৰে স্বদেহক আবৰণ কৰি থয়, সেই ৰূপে আপুনিও আপোনাক স্বযোগমায়াৰ দ্বাৰা লুকাই ৰাখি বিবিধ ক্ৰীড়া কৰিছে! হে মাধৱ! আমি যি বুদ্ধিৰ দ্বাৰাই আপোনাৰ এই স্বৰূপ জানিব পাৰো আমাক সেই জ্ঞান দান কৰক ॥২৮।

মই আপোনাৰ উপদেশ শিৰত লৈ আলস্য পৰিত্যাগ কৰি নিশ্চয় প্ৰজা-সৃষ্টি কৰিম। হে প্ৰভো! আপোনাৰ অনুগ্ৰহ হলে সেই প্ৰজাসৃষ্টিৰ সময়ত অহঙ্কাৰ আদিয়ে মোক মোহিব নোৱাৰিব ॥২৯।

শ্রীভগবান্ উবাচ ॥

**জ্ঞানং পৰমগুহ্যং মে যদ্বিজ্ঞানসমন্বিতম্**
**সৰহস্যং তদঙ্গঞ্চ গৃহাণ গদিতংময়া ॥৩১।**
**যাবানহং যথাভাবো যদ্রূপগুণকর্ম্মকঃ**
**তথৈব তত্ত্ববিজ্ঞানমস্তুতে মদনুগ্রহাৎ ॥৩২॥**

### অন্বয়ঃ

মে (মম) যৎ বিজ্ঞাণসমন্বিতং (অনুভবসহিতং) সৰহস্যং (ভক্তিযোগসমন্বিতং) পৰম গুহ্যং (নির্ব্বিশেষ ব্রহ্মজ্ঞানাদপি গুহ্যতমং) জ্ঞানং (শুষ্কতৰ্কাগো বং ঐ নিষদং জ্ঞানং) তদঙ্গং চ (তত্ত্বজ্ঞান সাধনং চ) ময়াগদিতং গৃহাণ ॥৩১। অহং যাবাণ (স্বৰূপতো যৎ পৰিমাণে হ হং) ২॥

### অনুবাদ

হে পৰমেশ্বৰ! সখাই সখিৰ সহিত যেনে কথোপকথন কৰে; তেনে ৰূপে আপুনিও মোৰ মস্তকত হাত দি পৰম দয়ায়ে কথোপ কথন পাতিছে? আপুনি পৰম দয়ালু! হে প্ৰভু! মোক কৃপাকৰি এনে উপদেশ দিয়ক যে; যি উপদেশ পালন কৰিলে মোৰ সদায় দীবাজ্ঞান লুপ্ত নহয় আৰু যেতিয়া আপোনাৰ আদেশে উত্তম অধম আদি ভেদে বিবিধ প্ৰজা সৃষ্টি কৰিম সেই সময়তো মই নিজে "অজ" এই গৰ্ব্বভাব উদয় নহয়; মোকমোহে লজ্জিব নোৱাৰে? ৩০॥

অহমেবাসমেবাগ্রে নান্যদ্‌যৎ সদসৎ পরম্
পশ্চাদহং যদেতচ্চ যোঽবশিষ্যেত সোঽস্ম্যহম্ ॥৩৩
ঋতেঽর্থং যৎপ্রতীয়েত ন প্রতীয়েত চাত্মান
তদ্বিদ্যাদাত্মনো মায়াং যথাভাসো যথা তমঃ ॥৩৪
যথা মহান্তি ভূতানি ভূতেষূচ্চাবচেষ্বনু।
প্রবিষ্টান্যপ্রবিষ্টানি তথা তেষু ন তেষ্বহম্ ॥৩৫॥
এতাবদেব জিজ্ঞাস্যং তত্ত্বজিজ্ঞাসুনাত্মনঃ
অন্বয়ব্যতিরেকাভ্যাং যৎস্যাৎ সর্ব্বত্র সর্ব্বদা ॥৩৬

অন্বয়ঃ

অহং অগ্রে এব আসং ন অন্যৎ এব সৎ অসৎ পরং যৎ পশ্চাৎ অহং এব যৎ চ এতৎ অবশিষ্যেত সঃ অহং অস্মি ॥৩৩। (যতঃ কারণাৎ) আভাসঃ যথা অর্থংঋতে প্রতীয়েত [তথা] আত্মনি বহুতমঃ (রাহুঃ) ন প্রতীয়েত যথা সতি দ্রব্যাদৌ সদসৎ ভাবঃন প্রতীয়েত তৎ আত্মনঃ (মম) মায়াং বিদ্যাৎ ॥৩৪। যথা মহান্তি ভূতানি অনু (সৃষ্টেঃ পশ্চাৎ) উচ্চাবচেষু ভূতেষু প্রবিষ্টানি [অপি] তেষু অপ্রবিষ্টানি তথা তেষু অহং ন ॥৩৫। আত্মনঃ তত্ত্বজিজ্ঞাসুনা এতাবৎ এব জিজ্ঞাস্যং [তৎ কিং] তৎ অন্বয় ব্যতিরেকাভ্যাং যৎ সর্ব্বত্র সর্ব্বদা স্যাৎ ॥৩৬॥

শ্রীশাঙ্করি

ব্রহ্মার পার্থনা শুনি কৃষ্ণ নিগদতি।
চতুঃশ্লোকে ভাগৱত লোৱা প্রজাপতি ॥

এতন্মতং সমাতিষ্ঠ পৰমেণ সমাধিনা
ভবান্ কল্পবিকল্পেষু ন মুহ্যতি কর্হিচিৎ ॥৩৭

**শ্ৰীশাঙ্কৰি**

জগতৰ পূৰ্ব্বে মই মাত্ৰ থাকো জান।
কাৰ্য্য কাৰণ কিছু নাছিলেক আন ॥
মাকে মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত ॥
দেখা শুনা মানেসবে মই বিচাৰত ॥
মই মাত্ৰ অবশেষ থাকোহো অন্তত ॥
কুণ্ডল ভাঙ্গিলে যেন সোনা স্বৰূপত ॥
অবস্তুক দেখাৱয় বস্তুক আৱৰি ॥
এহিতো মোহোৰ মায়া জানা নিষ্ঠকৰি ॥
নথাকিতো দেখি যেন চন্দ্ৰমা দুতয়
থাকিতো ৰাহুক যেন কেহো নেদেখয় ॥
এহিমতে মায়াই আৱৰি ঈশ্বৰক
অসাৰ বিষয় লোক দেখাৱে জীৱক ॥
যেন মহা পঞ্চ ভূতে কৰিয়া নিবাস
স্থাবৰ জঙ্গম সদা কৰয় প্ৰকাশ ॥
ময়ো সেহি মতে আছোঁ জগতত ব্যাপী
তাৰগুণ দোষে মোক নোছোৱে তথাপি ॥
হেন মোক বিবৰিবা সাধুৰ সঙ্গত
জ্ঞান বিজ্ঞান তেবে হৈবেক বেকত ॥

**শ্ৰীশুক উবাচ।**

**সম্প্ৰদিশ্যৈৱমজনো জনানাং পৰমেষ্ঠিনম্**
**পশ্যতস্তস্য তদ্ৰূপমাত্মনো ন্যৰুণদ্ধৰিঃ ৩৮ ॥**

**শ্ৰীশাঙ্কৰি**

শ্ৰৱণ কীৰ্ত্তন মোৰ ৰহস্য ভকতি
আকেসে কৰিবা মাত্ৰ বিবক্ষা সম্প্ৰতি ॥৩৭॥৩৮॥

**অনুবাদ**

শ্ৰীভগবানে ব্ৰহ্মাক কলে হে ব্ৰহ্মা মোৰ অতি গোপনীয় ৰহস্য ভক্তিৰ সহিত জ্ঞান, বিজ্ঞান আৰু তাৰ অঙ্গ অৰ্থাৎ সাধন ভক্তি মই কওঁ তুমি গ্ৰহণ কৰা ॥৩১।

মোৰ কৃপাত তোমাৰ;—মোৰ স্বৰূপ, লক্ষণ, ৰূপ, গুণ আৰু লীলা আদিৰ তত্ত্ব অনুভব হওক ॥৩২॥

হে ব্ৰহ্মা! চাৰিটি শ্লোকেৰে তোমাক মই ভাগৱত উপদেশ দিওঁ—সৃষ্টিৰ পূৰ্ব্বে কেৱল মাত্ৰ মইয়ে আছিলোঁ। সেই সময়ত সূক্ষ্ম আৰু স্থূল পদাৰ্থ আৰু তাৰ কাৰণ ভূত প্ৰধানতত্ত্ব (কাৰ্য্য) একেবাৰে নাছিল। সৃষ্টিৰ পাচতো বৰ্ত্তমান মইয়ে আছোঁ। এই যে জগৎ দেখিছা ইও ময়েই, অৱশেষত এই মায়িক জগতৰ যি কিছু অৱশেষ থাকে সিও ময়েই ॥৩৩॥

স্বৰূপত মই অনাদি, অনন্ত আৰু অদ্বিতীয়। এতেকে পূৰ্ণস্বৰূপ। বাস্তৱিকতে দুটি চন্দ্ৰ নাই—তথাপি দুটিচন্দ্ৰ

অন্তৰ্হিতেন্দ্ৰিয়াৰ্থায় হৰয়ে বিহিতাঞ্জলিঃ
সৰ্ব্বভূতময়ো বিশ্বং সসর্জ্জেদং স পূৰ্ব্ববৎ ॥৩৯

**অনুবাদ**

দেখা যায় কিন্তু প্ৰকৃততে ৰাহু আছে তথাপি দেখানেযায়; অৰ্থাৎ অবস্তুক বস্তু আৰু বস্তুক অবস্তু যে দেখা যায় ;—এইয়ে মোৰ মায়া। এই মায়ায় আবৰণ কৰি জীৱক অসাৰ সংসাৰ দেখুৱাইছে ॥৩৪॥

যিৰূপে সৃষ্টিৰ পাচত পঞ্চ মহাভূতে স্থাৱৰ জঙ্গম আদি বিবিধ প্ৰাণীত বাস কৰি প্ৰকাশ হয়, কিন্তু লিপ্ত নহয়, সেই ৰূপে ময়ো সমস্ত ভূততে ব্যাপী আছোঁ। তথাপি সিহঁতৰ দোষ বা গুণে মোক স্পৰ্শ কৰিব নোৱাৰে ॥৩৫॥

আত্মাৰ (মোৰ) তত্ত্ব জানিবলৈ যিলোকে অভিলাষ কৰে তেওঁ সাধুৰ সঙ্গত সদায় বিচাৰ কৰিব যে-যি বস্তু থাকিলে এই সমস্ত ব্ৰহ্মাণ্ড সৰ্ব্বতি কালে প্ৰকাশ কৰি থাকে আৰু যি বস্তু নাথাকিলে থাকিব নোৱাৰে, সেই বস্তুৱে পৰমাত্মা ঈশ্বৰ মোৰ কথা শ্ৰৱণ আৰু কীৰ্ত্তনেই ৰহস্যভক্তি ॥৩৬।

তুমি একান্ত মনে মোৰ এই উপদেশ আৰু মত সম্পূৰ্ণে আচৰণ কৰা। সমাধিৰ দ্বাৰা মোত চিত্তদি থাকিলে কল্পে-কল্পে বিবিধ প্ৰজা সৃষ্টি কৰিলেও তোমাৰ তেতিয়া “আমি” “আমাৰ” ইত্যাদি গৰ্ব্ব উপস্থিত নহব ॥৩৭॥

**শ্ৰীশুকদেৱে কলে হে মহাৰাজ! জন্মৰহিত হাৰয়ে সমস্ত**

প্ৰজাপতিৰ্ধৰ্ম্মপতিৰেকদা নিয়মান্ যমান্ ।
ভদ্ৰং প্ৰজানামন্বিচ্ছন্নাতিষ্ঠৎ স্বাৰ্থকাম্যয়া ॥৪০
নাৰদঃ প্ৰিয়তমো ৰিক্থাদানামনুব্ৰতঃ ।
শুশ্ৰূষমাণঃশীলেন প্ৰশ্ৰয়েন দমেন চ ॥৪১॥
মায়াং বিবিদিষন্ বিষ্ণোৰ্মায়েশস্য মহামুনিঃ ।
মহাভাগৱতো ৰাজন্ পিতৰং পৰ্য্যতোষয়ৎ ॥৪২
তুষ্টং নিশম্য পিতৰং লোকানাং প্ৰপিতামহম্
দেবৰ্ষিঃ পৰিপপ্ৰচ্ছ ভবান্ যন্মানুপৃচ্ছতি ॥৪৩
তস্মা ইদং ভাগৱতং পুৰাণং দশলক্ষণম্ ।
প্ৰোক্তং ভগৱতা প্ৰাহপ্ৰীতঃ পুত্ৰায় ভূতকৃৎ ॥৪৪

অন্বয়ঃ

ৰিকথাদানাং (পুত্ৰানাং) ৷৪১৷ তস্মৈ (নাৰদায়) ৷৪৪৷

অনুবাদ

লোকৰে অধিপতি ব্ৰহ্মাক এই উপদেশ দি ব্ৰহ্মাৰ ছকুৰ আগতে স্ব বৈকুণ্ঠ নগৰ সৈতে নিজে অন্তৰ্ধ্যান হ'ল ॥৩৮॥

তেতিয়া সৰ্ব্বভূত ময় ব্ৰহ্মাই অন্তৰ্হিত-স্বৰূপ সেই হৰিক কৃতাঞ্জলি পুটে নমস্কাৰ কৰি পূৰ্ব্ব কল্পৰ সদৃশ এই বিশ্ব সৃষ্টি কৰিলে ॥৩৯॥ আৰু এ সময়ত ব্ৰহ্মাই প্ৰজা সকলৰ মঙ্গল ৰূপ আপন কামনা সিদ্ধি কৰিবৰ কাৰণে, যমনিয়ম আদিপালন কৰি তপস্যা আচৰণ কৰি আছে ল ॥৪০॥

**নাদঃ প্ৰাহ মুনয়ে সস্বত্যাস্তটে নৃপ !**
**ধ্যায়েত ব্ৰহ্মপমং সায়ামিততেজসে ॥৪৫**

**অন্বয়ঃ**

নৃপ ! সৰস্বত্যাঃ তটে পৰমং ব্ৰহ্ম ধ্যায়তে অমিততেজসে মুনয়ে ব্যাসায় নাৰদঃ প্ৰাহ ॥৪৫॥

**ভক্তিৰসামৃত ॥ শ্ৰীশঙ্কৰি**

এহি বুলি শুকে ভাগৱত কৈৰে গৈলা।
আঠ নব দুই অধ্যায়ৰ কথা গৈলা ॥
শুসভাসদ পদদ্বিন তীয় স্কন্ধৰ।
এক চিত্তে চৰণ চিন্তিয়ো গোবিন্দৰ ॥

**অনুবাদ**

সেই সময়ত তেওঁৰ পুত্ৰ সকলৰ মধ্যত অতি প্ৰিয়তম পুত্ৰ মহাভাগৱত মহামুনি নাৰদে মায়াপতি বিষ্ণুৰ মায়া বুজিবৰ কাৰণে অতি নম্ৰভাৱে বিনয় আৰু জিতেন্দ্ৰিয় সহকাৰে পিতৃ ব্ৰহ্মাক সেৱা কৰি, সন্তুষ্ট কৰিলে ॥৪১ ৪২॥

সমস্ত লোকৰে প্ৰপিতামহ ব্ৰহ্মাক প্ৰসন্ন হোৱা দেখি দেৱৰ্ষি নাৰদে যিবিলাক কথা শুধিছিল, আপুনি আজি ঠিক সেই সকল কথাকে মোক শুধিছে ॥৪৩॥

শ্ৰীভগৱানে পূৰ্ব্বে পদ্ম কল্পত চৰিটি শ্লোকেৰে সংক্ষেপে যি ভাগৱত ব্ৰহ্মাক কৈছিল ভূত শ্ৰষ্টা ব্ৰহ্মাই প্ৰসন্ন হৈ পুত্ৰ নাৰদক সেই মহা ভাগৱত পুৰাণ বৰাহ কল্পত [ বক্ষমাণ দশ

যত্ৰতাহং ত্বয়া পৃষ্টো বৈৰাজাৎ পুৰুষাদিদম্
যথাসীত্তদুপাখ্যাস্যে প্ৰশ্নানন্যাংশ্চ কৃৎস্নশঃ ॥৪৬
ইতি শ্ৰীমদ্ভাগতে দ্বিতীয়স্কন্ধে শ্ৰীভাগবতপ্ৰবৃত্তিৰ্নাম
নবমোঽধ্যায়ঃ ।

**অন্বয়**

উত অহং যেন বৈৰাজাৎ পুৰুষাৎ ইদং যথা আসীৎ চ ত্বয়া পৃষ্টঃ অন্যান্ প্ৰশ্নান্ কৃৎস্নশঃ উপাখ্যাস্যে ।৪৬॥

ইতি দ্বিতীয়ে নবমোঽধ্যায়ঃ ॥৯॥

আনন্দেৰ ধৰ্ম্ম এৰি ধৰাগুণ নাম ।
কৃষ্ণৰ কিঙ্কৰে কহে বোলা ৰাম ৰাম ॥৯

জয় বৈকুণ্ঠ পতি শ্ৰী কৃষ্ণৰ জয়। জয় মহামুনি শ্ৰীশুকদেবৰ জয় জয় মহাৰাজ পৰীক্ষিতৰ জয় । জয় সভাসদ সকলৰ জয় ॥

অনুবাদ

লক্ষণ যুক্ত মহাভাগৱত পুৰাণ | বিস্তাৰিত ভাবে বৰ্ণন কৰি কৈছিল ॥৪৪

নাৰদে সৰস্বতী নদীৰ তীৰত পৰমব্ৰহ্ম ধ্যানত মগ্ন মহাতেজস্বী ব্যাস মুনিক সেই মহাভাগৱত কৈছিল। নাৰদৰ বাক্য শিৰতলৈ পিতৃ ব্যাসদেৱে সেই দশলক্ষণ যুক্ত মহাভাৰত আৰু আনন্দ মনে দ্বাদশ স্কন্ধেৰে বিভাগকৰি নিবন্ধন কৰিছে আৰু পৰম স্নেহতে মোক পঢ়ুৱাইছে] ॥৪৫॥

হে মহাৰাজ! বৈৰাজ পুৰুষৰ পৰা এই বিশ্ব যিৰূপে উৎপন্ন হৈছে আৰু অন্য-অন্য অনেক কথা যে আপুনি মোক সুধিছে; আপনি মহা পুৰুষৰ সেৱক এতেকে সেই প্ৰশ্ন বিলাকৰ উত্তৰ ৰূপে মহাভাগৱত আপোনাত কওঁ—একান্ত মনে শ্ৰৱণ কৰক ॥৪৬॥

**নবম আধ্যা সমাপ্ত ॥**

# দশমোঽধ্যায়ঃ

শ্ৰীশুক উবাচ।

অত্ৰ সৰ্গোবিসৰ্গশ্চ স্থানং পোষণমূতয়ঃ
মন্বন্তৰেশানুকথা নিৰোধোমুক্তিৰাশ্ৰয়ঃ ॥১
দশমস্য বিশুদ্ধ্যৰ্থং নবানামিহ লক্ষণম্
বৰ্ণয়ন্তি মহাত্মানঃ শ্ৰুতেনাৰ্থেন চঞ্জসা ॥২॥
ভূতমাত্ৰেন্দ্ৰিয়ধিয়াং জন্ম সৰ্গ উদাহৃতঃ
ব্ৰহ্মণো গুণবৈষম্যাদ্বিসৰ্গঃ পৌৰুষঃস্মৃতঃ ॥৩

অনুবাদ

শ্ৰীশুকদেৱে কলে। মহাৰাজ! এই মহাভাগৱতত সৰ্গ, বিসৰ্গ, স্থান, পোষণ, উতি, মন্বন্তৰ ঈশকথা নিৰোধ, মুক্তি আৰু আশ্ৰয় এই দহোট লক্ষণ বৰ্ণন আছে ॥১॥

নাৰদ ব্যাস প্ৰভৃতি মহাপুৰুষ সকলে "আশ্ৰয়" তত্ত্বৰ জ্ঞান লাভৰ কাৰণে কোনো ঠাইত মুখ্যভাৱে আৰু কোনো ঠাইত গৌণ ভাৱে এই সৰ্গ আদি নটি তত্ত্বৰ সমালোচনা কৰিছে ॥২॥

হে মহাৰাজ! পৰমেশ্বৰৰ কটাক্ষত আকাশ আদি পঞ্চ মহা ভূত শব্দ আদি পঞ্চ তন্মাত্ৰ চক্ষু আদি ইন্দ্ৰিয়, অহঙ্কাৰ আৰু মহতত্ত্ব আদি সহযোগে যি কাৰণ ৰূপ বিৰাট পুৰুষৰ উৎপত্তি তাৰ নাম সৰ্গ আৰু ব্ৰহ্মাৰ সৃষ্টি ব্ৰহ্মাণ্ডৰ নাম বিসৰ্গ ॥৩॥

স্থিতিৰ্বৈকুণ্ঠবিজয়ঃ পোষণং তদনুগ্ৰহঃ
মন্বন্তৰাণি সদ্ধৰ্ম্ম উতয়ঃ কৰ্ম্মবাসনাঃ ॥৪।
অবতাৰানুচৰিতং হৰেশ্চাস্যানুবৰ্ত্তিনাম্।
পুংসামীশকথাঃ প্ৰোক্তা নানাখ্যানোপবৃংহিতাঃ ॥৫।
নিৰোধোঽস্যানুশয়নমাত্মনঃ সহশক্তিভিঃ
মুক্তিৰ্হিত্বান্যথাৰূপং স্বৰূপেণ ব্যবস্থিতিঃ ॥৬।
আভাসশ্চ নিৰোধশ্চ যতোঽস্ত্যধ্যবসীয়তে
স আশ্ৰয়ঃ পৰংব্ৰহ্ম পৰমাত্মেতি শব্দ্যতে ॥৭।

## অনুবাদ

শ্ৰীভগৱানৰ সৃজিত দেৱ দৈত্য, মনুষ্য আদি প্ৰাণী নিজ সদাচাৰ অনুসাৰে যি উৎকৰ্ষ লাভ কৰে তাৰ নাম "স্থান"। ভগৱানে আপোন ভক্তৰ প্ৰতি যি অনুগ্ৰহ কৰে তাৰ নাম "পোষণ"। মনু-মনু পুত্ৰ আদি সাধু সকলে যি ধৰ্ম্ম পালন কৰে তাৰ নাম "মন্বন্তৰ"। কুকৰ্ম্মৰ পৰা কুৰ্বাসনা, আৰু সুকৰ্ম্মৰ পৰা যি সুবাসনা মিলে তাৰ নাম "ঊতি"। হৰিৰ অৱতাৰ কথা আৰু তেওঁৰ অনুবৰ্ত্তী ভক্ত সকলৰ পবিত্ৰ আৰু আনন্দ বৰ্দ্ধক বিবিধ উপাখ্যানৰ নাম "ঈশকথা"। শ্ৰীভগৱানে সমস্ত জগতক হৃদয়ত লৈ যোগ নিদ্ৰা অবলম্বন কৰাৰ নাম "নিৰোধ" আত্মাই ( জীৱে ) অন্যথাৰূপ পৰিত্যাগ কৰি ( মায়িক ভ্ৰম দূৰ কৰি ) স্ব ব্ৰহ্ম ৰূপত স্থিতি হোৱাৰ নাম "মুক্তি" ।৪।৫।৬।

যোঽধ্যাত্মিকোঽয়ং পুৰুষঃ সোঽসাবেবাধিদৈবিকঃ
যস্তত্ৰোভয়বিচ্ছেদঃ পুৰুষো হ্যাধিভৌতিকঃ ॥৮
একমেকতৰাভাবে যদা নোপালভামহে
ত্ৰিতয়ং তত্ৰ যো বেদ স আত্মা স্বাশ্ৰয়াশ্ৰয়ঃ ॥৯
পুৰুষোঽণ্ডং বিনিৰ্ভিদ্য যদাসৌ স বিনিৰ্গতঃ
আত্মনোঽয়নমন্বিচ্ছন্নপোঽস্ৰাক্ষীচ্ছুচিঃ শুচীঃ ॥১০॥

## অনুবাদ

হে মহাৰাজ! যাৰ পৰা এই বিশ্ব ব্ৰহ্মাণ্ড প্ৰকাশ স্থিতি আৰু লয় হয়, আৰু যোৱে পৰম ব্ৰহ্ম পৰমাত্মা বুলি প্ৰসিদ্ধ তেওঁৰ নাম "আশ্ৰয়"। ॥
যেয়ে কোটি কোটি জীৱৰ আশ্ৰয় তেওঁ পৰম পুৰুষ অধ্যাত্মিক চক্ষু আদি ইন্দ্ৰিয়াভিমানী দ্ৰষ্টা জীৱ আধিদৈবিক (ইন্দ্ৰিয়াধিষ্ঠাতা দেৱী) আধিভৌতিক স্থূল দেহ পুৰুষ। অৰ্থাৎ জীৱ আত্মা অধিষ্ঠাতৃ দেৱতা আৰু পাঞ্চ ভৌতিক স্থুল দেহ, এই তিনিটি মূৰ্ত্তিও সেই পৰম পুৰুষৰে ৮॥

এই তিনটিৰ ভিতৰৰ এটিৰ অভাৱ হলে বাকী দুটিক নেদেখি। কিন্তু সেই সময়তো যি পৰমাত্মাই সাক্ষী ৰূপে এই তিনিওটিকে দেখি থাকে, তেওঁৱে আশ্ৰয়। তেওঁৰ আৰ আন আশ্ৰয় নাই ॥৯॥

**তাস্ববাৎসীৎস্বসৃষ্টাসু সহস্ৰপৰিবৎসৰান্**
**তেন নাৰায়ণো নাম যদাপঃ পুৰুষোদ্ভবাঃ।১১।**
**দ্ৰব্যং কৰ্ম্ম চ কালশ্চ স্বভাৱো জীৱ এব চ**
**যদনুগ্ৰহতঃ সন্তি ন সন্তি যদুপেক্ষয়া।১২।**

**অন্বয়ঃ**

সঃ পুৰুষঃ অণ্ডং বিনিৰ্ভিদ্য যদা অসৌ বিনিৰ্গতঃ তদা শুচিঃ অয়নং অন্বিচ্ছন্ শুচীঃ অপঃ অস্ৰাক্ষীৎ ॥১০। **স্বসৃষ্টাসু** তাসু (অপসু) ॥১১॥ উপেক্ষয়া ( ত্যাগেন ) ॥১২॥

**অনুবাদ**

হে মহাৰাজ ! বৈৰাজ পুৰুষৰ বিষয় একান্ত ভক্ত সকলে কলত কোৱা মতে বৰ্ণনাকৰে—সেই বিৰাট পুৰুষে অণ্ডভেদ কৰি বাহিৰ হৈ, নিজৰ আশ্ৰয় স্থানৰ কাৰণে চিন্তা কৰি নিজৰ পবিত্ৰতা অনুসাৰে বিশুদ্ধ জল সৃষ্টি কৰিলে ॥১০॥

সেই বৈৰাজ পুৰুষৰ এটি নাম নৰ জল নৰৰ পৰা উৎপন্ন এতেকে "নাৰ"। বিৰাটে সেই নাৰকে নিজৰ অয়ন (বাস-স্থান) কৰিছিল, এতেকে তেওঁৰ নাম নাৰায়ণ। তেওঁ এক হাজাৰ বছৰ সেই জলৰ মধ্যত যোগ শয্যাত শয়ন কৰি আছিল ॥১১॥

দ্ৰব্য, কাল, কৰ্ম্ম, স্বভাৱ আৰু জীৱে এই নাৰায়ণৰ অনুগ্ৰহতে নিজ নিজ কাৰ্য্য কৰিব পাৰে তেওঁ অনুগ্ৰহ নকৰিলে নোৱাৰে ॥১২॥

একো নানাত্বমন্বিচ্ছন্ যোগতল্পাৎ স মুত্থিতঃ
বীর্য্যং হিৰণ্ময়ং দেবো মায়য়া ব্যসৃজৎত্রিধা ॥১৩।
অধিদৈবমথাধ্যাত্মমধিভূতমিতি প্রভুঃ।
অথৈকং পৌৰুষং বীর্য্যং ত্রিধাভিদ্যত তচ্ছৃণু ॥১৪।
অন্তঃ শৰীৰ আকাশাৎ পুৰুষস্য বিচেষ্টতঃ
ওজঃ সহো বলং জজ্ঞে ততঃ প্রাণো মহানসুঃ ॥১৫।

অন্বয়

একঃ নানাত্বং অন্বিচ্ছন্ সঃ দেবো যোগতল্পাৎ উত্থিতঃ মায়য়া হিৰন্ময়ং বীৰ্যাং ত্রিধা ব্যসৃজৎ ॥১৩॥ অধিদৈবং অথ অধ্যাত্মং অধিভূত ইতি প্রভুঃ যথা একং পৌৰুষং বীর্য্যং ত্রিধা অভিদ্যত তৎ শৃণু ॥১৪॥ বিচেষ্টতঃ (বিবিধং চেষ্টামানস্য) ॥১৫॥

অনুবাদ

হে মহাৰাজ! এক মাত্র সর্ব্বশক্তিমান পৰমেশ্বৰে যোগ-শয্যা পৰিত্যাক কৰি বিবিধ ৰূপ হবৰ মনেৰে গৰ্ভৰূপ মহাশক্তি সম্পন্ন বিৰাট দেহক অধিদৈব (দেৱতা) অধ্যাত্ম (ইন্দ্রিয়) আৰু অধিভূত (দেহ) এই তিনি ভাগে বিভক্ত কৰিলে ॥১৩।১৪।

বিবিধ কার্য্য কৰিবলৈ ইচ্ছাশীল পুৰুষৰ দেহৰ মধ্যত থকা আকাশৰ পৰা ওজ, সহ আৰু বল জন্মিল অর্থাৎ ইন্দ্রিয় শক্তি মনন শক্তি আৰু প্রাণ শক্তি জন্মিল। এই ত্রিবিধ শক্তিৰ পৰা সূত্র নামক প্রাণ শক্তি জন্মিল অর্থাৎ পৰস্পৰ শক্তিৰ সংযোগত অতি সূক্ষ্ম প্রধান প্রাণ শক্তি জন্মিল ॥১৫॥

অনু প্ৰাণন্তি যং প্ৰাণাঃ প্ৰাণন্তং সৰ্ব্বজন্তুষু ।
অপানন্ত মপানন্তি নৰদেৱমিবানুগাঃ ॥ ১৬ ।
প্ৰাণেনাক্ষিপতা ক্ষুৎ তৃড়ন্তৰাজায়তে বিভোঃ
পিপাসতো যক্ষতশ্চ প্ৰাঙ্ মুখং নিৰভিদ্যত ॥ ১৭ ।
মুখতস্তালু নিৰ্ভিন্নং জিহ্বা তত্ৰোপজায়তে
ততো নানা ৰসো জজ্ঞে জিহ্বায়া যোহধিগম্যতে ॥১৮

অন্বয়ঃ

নৰদেবং ইব অনুগাঃ (অনুচৰাঃ) প্ৰাণাঃ ॥১৬। ক্ষুৎ ( ক্ষুধা ) তৃট্ ( তৃষ্ণা ) ॥১৭। বিবক্ষোঃ ( বক্তুমিচ্ছোঃ ) ॥১৯।

অনুবাদ

সেই প্ৰাণশক্তি ৰাজা, আৰু ইন্দ্ৰিয়বিলাকঅনুচৰ। প্ৰভুৰূপীপ্ৰাণে গমন কৰিবলৈ আৰম্ভ কৰিলেই ভৃত্যৰূপী ইন্দ্ৰিয়বিলাক তেওঁৰ পাচে-পাচে কাৰ্য্যত প্ৰবৃত্ত হয় আৰু গমন কৰিব এৰিলে নিবৃত্ত হয় ।১৬।

প্ৰাণ শক্তিৰ যেতিয়া লৰ-চৰ কৰিব ধৰিলে তেতিয়া বিৰাট পুৰুষৰ ক্ষুধা আৰু তৃষ্ণা জন্মিল। যেতিয়া পান আৰু ভোজন কৰিবলৈ ইচ্ছা কৰিলে তেতিয়াই মুখ প্ৰকাশ হল ॥১৭।

মুখৰ পৰা তালু, জিহ্বা আৰু নানাৰস উপজিল জিহ্বাৰ দ্বাৰাই সেই সমস্ত ৰসৰ আচ্ছাদন পোৱা যায় ॥১৮।

বিবক্ষোর্মুখতো ভূম্নো বহ্নি র্বাগ্ব্যাহৃতং তয়োঃ
জলে বৈ তস্য সুচিৰং নিৰোধঃ সমজায়ত ॥ ১৯।
নাসিকে নিৰভিদ্যেতাং দোধূয়তি নভস্বতি
তত্র বায়ুর্গন্ধবহো ঘ্রাণো নসি জিঘৃক্ষতঃ ॥ ২০।
যদাত্মনি নিৰালোকমাত্মানং চ দিদৃক্ষতঃ
নির্ভিন্নে অক্ষিণী তস্য জ্যোতি শ্চক্ষুর্গুণগ্রহঃ ॥ ২১।

অন্বয়ঃ

নভস্বতি ( প্ৰাণবায়ৌ ) দোধুয়তি ( অত্যন্তং প্ৰচলতি ) জিঘৃক্ষতঃ ( গ্ৰহিতুমিচ্ছতঃ ) ।২০। জ্যোতিঃ ( সূৰ্য্যঃ ) ॥২১।

অনুবাদ

অনন্তৰ বিৰাট পুৰুষে কথা কবলৈ ইচ্ছাকৰা মাত্ৰকে, মুখৰ পৰাই বাক্য, আৰু বাক্যৰ অধিষ্ঠাতৃ দেৱতা অগ্নি জন্মিল। তেওঁ জলৰমাজত শয়ন কৰি থাকোঁতে এই ইন্দ্ৰিয় আৰু অধিষ্ঠাতৃ দেৱতা—উভয়েই বহু-কাল নিৰোধ হৈ আছিল ॥১৯।

তেওঁৰ প্ৰাণবায়ুৱে অত্যন্ত চলাচল কৰিবলৈ আৰম্ভ কৰোঁতে দুটি নাসাৰন্ধ্ৰ উদ্ভব হল। আৰু গন্ধ লবলৈ ইচ্ছা হোৱাত নাসিকাৰ পৰ' গন্ধ আৰু গন্ধৰ অধিষ্ঠাতৃ দেৱতা বায়ু জন্মিল ॥২০।

মহাৰাজ! প্ৰথমে সমস্ত জগত অন্ধকাৰ আছিল। যেতিয়া তেওঁ নিজৰ মূৰ্ত্তি আৰু অন্য অন্য বস্তু বিলাক চাবলৈ ইচ্ছা কৰিলে, তেতিয়া তেওঁৰ দুইচক্ষুৰ গোলক চক্ষু অধিষ্ঠাতৃ দেৱতা সূৰ্য্য আৰু চক্ষুৰ গ্ৰহণীয় বস্তু ৰূপ জন্মিল ॥২১।

বোধ্যমানস্য ঋষিভিৰাত্মনস্তজ্জিঘৃক্ষতঃ
কর্ণৌ চ নিৰভিদ্যেতাং দিশঃ শ্ৰোত্ৰং গুণগ্ৰহঃ ॥ ২২
বস্তুনো মৃদু কাঠিন্যলঘুগুৰ্ব্বোষ্ণশীততাম্
জিঘৃক্ষতস্ত্বঙ্ নিৰ্ভিন্না তস্যাং ৰোমমহীৰুহাঃ ॥ ২৩।
তত্ৰ চান্তৰ্বহি ৰ্ব্বাতস্ত্বচা লব্ধগুণো বৃতঃ ।
স্পৰ্শং গৃহ্ণস্তুদেব ত্বগ্ লোকপালোঽনিলোঽবিশৎ ॥ ২৪।
হস্তৌ ৰুৰুহতুস্তস্য নানাকৰ্ম্ম চিকীৰ্ষয়া ।
তয়োস্তু বলমিন্দ্ৰশ্চ আদানমুভয়াশ্ৰয়ম্ ॥ ২৫।

অনুবাদ

ঋষিসকলে বেদবাক্যৰ দ্বাৰাই তেওঁক যেতিয়া স্তুতি কৰিব ধৰিলে তেতিয়া সেই সকলবাক্য শুনিবলৈ ইচ্ছা কৰামাত্ৰকে তেওঁৰ কৰ্ণ-গোলক, দুই-কৰ্ণৰন্ধ্ৰ, তাৰ অধিষ্ঠাতৃ-দেৱতা দিক্ সকল জন্মিল। এই বিলাকৰ দ্বাৰা তেওঁ শব্দশুনিব ধৰিলে। ২২।

বস্তুবিলাক কোমল, কঠিন, ডাঙ্গৰ, সৰু, ঠাণ্ডা গৰম আদি বুজিবলৈ ইচ্ছাকৰা মাত্ৰকে ত্বক্; (ছাল) ত্বগিন্দ্ৰিয় আৰু অধিষ্ঠাতৃ-দেৱতা বায়ু জন্মিল। সেই বায়ুৱেই ছালৰ দ্বাৰা বাহিৰ আৰু ভিতৰৰ স্পৰ্শ গুণ গ্ৰহণ কৰে। তেওঁৰ ত্বকত লোম,—বৃক্ষবিলাক ॥২৩।২৪।

তেওঁৰ নানা কৰ্ম্ম কৰিবলৈ ইচ্ছা হোৱা মাত্ৰকে দুইখন হাত বাহিৰ হল, তাৰ ইন্দ্ৰিয়-বল আৰু অধিষ্ঠাতৃ দেৱতা ইন্দ্ৰ জন্মিল। হাত দুখনৰ কাৰ্য্য বস্তু গ্ৰহণ কৰা ॥২৫।

গতিং জিগীষতঃ পাদৌ ৰুৰুহাতে ঽভিকামিকাম্।
পদ্ভ্যাং যজ্ঞঃ স্বয়ং হব্যং কৰ্ম্মভিঃ ক্ৰিয়তে নৃভিঃ।২৬।
নিৰভিদ্যত শিশ্নো বৈ প্ৰজানন্দামৃতাৰ্থিনঃ।
উপস্থ আসীৎ কামানাং প্ৰিয়ং তদুভয়াশ্ৰয়ম্॥২৭।
উৎসিসৃক্ষোৰ্ধাতুমলং নিৰভিদ্যত বৈ গুদম্।
ততঃ পায়ুস্ততো মিত্ৰ উৎসৰ্গ উভয়াশ্ৰয়ঃ। ২৮

## অনুবাদ

তেওঁৰ গমন কৰিবলৈ ইচ্ছা কৰামাত্ৰকে ভৰি-দুখান জন্মিল। স্বয় যজ্ঞৰূপী বিষ্ণুৱে সেই ভৰি-দুখানৰ অধিষ্ঠাতৃ দেৱতা। মানুহে এই গমন নামক কৰ্ম্মশক্তিৰ দ্বাৰা যজ্ঞ আদি কৰ্ম্ম আচৰণ কৰে।২৬।

বিভিন্ন প্ৰজা, আনন্দ আৰু স্বৰ্গআদি সুখক ইচ্ছা কৰামাত্ৰকে তেওঁৰ লিঙ্গ জন্মিল। লিঙ্গৰ ইন্দ্ৰিয়-লিঙ্গই, আৰু প্ৰজাপতিয়ে দেৱতা। পুত্ৰকামী আৰু স্বৰ্গকামী লোকসকলৰ এই লিঙ্গ পৰম প্ৰিয়।২৭।

খোৱা বস্তুৰ অসাৰ-ভাগ বাহিৰ কৰিবলৈ ইচ্ছা কৰামাত্ৰকে তেওঁৰ গুহ্যৰন্ধ্ৰ, গুহ্য-ইন্দ্ৰিয়, পায়ু তাৰ অধিষ্ঠাতৃ দেৱতা মিত্ৰ জন্মিল। মল ত্যাগ কৰা এই ইন্দ্ৰিয় আৰু মিত্ৰ দেৱতাৰ কাৰ্য্য ॥২৮।

আসিসৃপ্সোঃ পুৰঃ পুৰ্য্যাঃ নাভিদ্বাৰমপানতঃ
তত্ৰাপানস্ততো মৃত্যুঃ পৃথক্ত মুভয়াশ্ৰয়ম্ ॥ ২৯।
আদিৎ সোৰন্ন পানানাং আসন্ কুক্ষ্যন্ত্ৰ নাড়য়ঃ
নদ্যঃ সমুদ্ৰাশ্চ তয়ো স্তুষ্টিঃ পুষ্টি স্তদাশ্ৰয়ে ॥ ৩০ ॥
নিদিধ্যাসোৰাত্ম মায়াং হৃদয়ং নিৰভিদ্যত
ততো মনস্ততশ্চন্দ্ৰঃ সংকল্পঃ কাম এবচ ॥ ৩১ ॥

অন্বয়ঃ। -

আসিসৃপ্সোঃ ( অপসৰ্পিতুমিচ্ছো ) ॥২৯। আদিৎসোঃ ( গ্ৰহণমিচ্ছোঃ ) ।৩০। নিদিধ্যাসোঃ (নিতৰাং চিন্তয়িতুমিচ্ছোঃ ৩১।

অনুবাদ

তেওঁ যেতিয়া দেহৰ পৰা ভিন্ন দেহলৈ যাব ইচ্ছা কৰিলে, তেতিয়া তেওঁৰ নাভিদ্বাৰ অপান বায়ু আৰু মৃত্যু উৎপন্ন হল। নাভি দেশত প্ৰাণবায়ু আৰু অপান বায়ুৰ বিশ্লেষ ( পৃথক ) হলেই মৃত্যু হয় ॥২৯।

তেওঁ ৰস আৰু অন্ন, ৰক্ষণ আৰু গ্ৰহণ কৰিবলৈ ইচ্ছা কৰামাত্ৰকে কুক্ষি, অন্ত্ৰ আৰু নাড়ীৰ উৎপত্তি হল। নদী— অন্ত্ৰৰ আৰু সমুদ্ৰ--নাড়ীৰ অধিষ্ঠাতৃ দেৱতা তুষ্টি, পুষ্টি, অন্ত্ৰ-নাড়ীৰ অধীন ।৩০।

বৈৰাজৰ যেতিয়া স্ব যোগমায়া চিন্তা কৰিবলৈ ইচ্ছা জন্মিল, তেতিয়া হৃদয়, মন, সঙ্কল্প আৰু অভিলাষ উৎপন্ন হল। চন্দ্ৰে মনৰ অধিষ্ঠাতৃ দেৱতা ॥৩১।

ত্বক্ চৰ্ম্মমাংসৰুধিৰমেদোমজ্জাস্থি ধাতবঃ
ভূম্যপ্তেজোময়াঃ সপ্ত প্ৰাণো ব্যোমাম্বুবায়ুভিঃ ॥৩২॥
গুণাত্মকানীন্দ্ৰিয়াণি ভূতাদিপ্ৰভবা গুণাঃ
মনঃ সৰ্ব্ববিকাৰাত্মা বুদ্ধি বিজ্ঞান ৰূপিনা ॥ ৩৩ ॥
এতদ্ভগৱতো ৰূপং স্থুলং তে ব্যাহৃতং ময়া।
মহ্যাদিভি শ্চাবৰনৈ ৰষ্ট ভিৰ্বহিৰাবৃতম্ ॥ ৩৪ ॥
অতঃ পৰং সূক্ষ্ম তমমব্যক্তং নিৰ্বিশেষণম্
অনাদিমধ্য নিধনং নিত্যং বাঙ্মনসঃ পৰম্ ॥ ৩৫ ॥

অনুবাদ

অনন্তৰ ত্বক্, চৰ্ম্ম, মাংস, ৰুধিৰ, মেদ, মজ্জা, অস্থি এই সপ্ত ধাতু ক্ষিতি, জল, আৰু বায়ুৰ পৰা উৎপন্ন হল ॥৩২।

বিষয়ত আসক্ত ইন্দ্ৰিয়সকল আৰু শব্দ আদি বিষয় সকল অহঙ্কাৰৰ পৰা উদ্ভৱ হল। স্বৰূপত কিন্তু, অহঙ্কাৰে প্ৰধান কৰ্তা নহয় কাৰণ মনে সৰ্ব্ববিকাৰৰ মূল কাৰণ। কিন্তু, বুদ্ধি বিজ্ঞান-ৰূপিনী ॥৩৩।

হে মহাৰাজ! ক্ষিতি আদি অষ্টপ্ৰকৃতিৰ আৱৰণে বাহিৰত আৱৰণ কৰি থকা শ্ৰীভগৱানৰ স্থুলশৰীৰ আপোনাৰ আগত কীৰ্ত্তন কৰিলো ॥৩৪।

স্থুলশৰীৰৰ বাহিৰে শ্ৰীভগৱানৰ এটি সূক্ষ্ম শৰীৰো আছে সি অব্যক্ত, বিশেষণ হীন, উৎপত্তি, স্থিতি আৰু লয় শূণ্য, নিত্য, বাক্য আৰু মনৰ অগোচৰ ॥৩৫।

অমুনী ভগৱদ্ ৰূপে ময়াতে হ্যনুবৰ্ণিতে
উভে অপি ন গৃহ্ণান্তি মায়াসৃষ্টে বিপশ্চিতঃ ॥ ৩৬ ॥
স বাচ্য-বাচকতয়া ভগৱান্ ব্ৰহ্মৰূপধৃক্
নামৰূপক্ৰিয়াধত্তে সকৰ্ম্মাকৰ্ম্মকঃ পৰঃ ॥ ৩৭ ॥
প্ৰজাপতীন্মনূন্ঋষীন্ দেবান্ পিতৃগণান্ পৃথক্ ।
সিদ্ধ চাৰণ গন্ধৰ্বান্ বিদ্যাধ্ৰাসুৰগুহ্যকান্ ॥ ৩৮ ॥

## অনুবাদ

মহাৰাজ ! আপোনাৰ আগত যে শ্ৰীভগৱানৰ স্থূলৰূপ আৰু সূক্ষ্ম-ৰূপ বৰ্ণন কৰিলো, এই উভয়কে জ্ঞানী উপাসক সকলে উপাসনা নকৰে। কাৰণ, এই উভয় শৰীৰেই মায়িক ॥৩৬।

শ্ৰীভগৱানে ব্ৰহ্মৰূপ ধাৰণ কৰি বাচ্য—বাচকৰূপে ( বস্তু-আৰু বস্তু প্ৰকাশকৰূপে ] নাম, ৰূপ আৰু ক্ৰিয়া কৰে। তেওঁ বাস্তৱিকতে পৰম পুৰুষ আৰু অকৰ্ম্মা কিন্তু অপৰ্য্যন্ত কৰ্ম্ম কৰে ॥৩৭।

যথা—প্ৰজাপতি, মনু, দেৱতা, ঋষি, পিতৃগণ, সিদ্ধ, চাৰণ, গন্ধৰ্ব্ব, বিদ্যাধৰ, অসুৰ, যক্ষ, কিন্নৰ, অপ্সৰ, নাগ, সৰ্প, কিংপুৰুষ নৰ, মতৃগণ, ৰাক্ষস, পিশাচ, ভূত, প্ৰেত, বিনায়ক, কুষ্মাণ্ডক, উন্মাদ, বেতাল, যাতুধান, গ্ৰহ, মৃগ, পক্ষী, পশু, বৃক্ষ, পৰ্ব্বত আৰু বিছাফৰিং প্ৰভৃতি পোকা, মহাৰাজ ! তেওঁৱে সৃজিছে ॥৩৮।৩৯।৪০।

কিন্নৰাপ্সৰসো নাগান্ সৰ্পান্ কিম্পুৰুষান্ ৰান্নন্।
মাতৃ ৰক্ষঃপিশাচাংশ্চ প্ৰেত ভূত বিনায়কান্ ॥ ৩৯ ॥
কুষ্মাণ্ডোন্মাদ বেতালান্ যাতুধানান্ গ্ৰহানপি
খগান্ মৃগান্ পশুন্ বৃক্ষান্ গিৰীন্ নৃপ সৰীসৃপান্ ॥৪০॥
দ্বিবিধা শ্চতুৰ্বিধা যেঽন্যে জলস্থলনভোকসঃ
কুশলাকুশলা মিশ্ৰাঃ কৰ্ম্মণাং গতয়স্ত্বিমাঃ ॥ ৪১ ॥
সত্বং ৰজস্তম ইতি তিস্ৰঃ সুৰনৃনাৰকাঃ
তত্ৰাপ্যেকৈকশো ৰাজন্ ভিদ্যন্তে গতয়স্ত্ৰিধা ॥ ৪২ ॥
যদৈকৈকতৰোঽন্যাভ্যাং স্বভাৱ উপহন্যতে
যস্য যাদৃক্ স্বভাৱোঽস্তি তাদৃক্ তস্য গতিৰ্ভবেৎ ॥৪৩॥

অনুবাদ

স্থাৱৰ-আৰু জঙ্গম—দুইপ্ৰকাৰ প্ৰাণী, জৰায়ূজ, অৰ্থাৎ ডিমাপোহোৱা কৈ জন্মা—মানুহ গৰু আদি, অণ্ডজ, স্বেদজ আৰু উদ্ভিদ—এই চতুৰ্বিধ প্ৰাণী, আৰু জলচৰ, স্থলচৰ আকাশচৰ—এই সকলোৱে সেই ভগৱানৰ পৰা উদ্ভৱ হৈছে। মহাৰাজ! কৰ্ম্মমাত্ৰৰে উত্তম, মধ্যম আৰু অধম এই তিনি প্ৰকাৰ গতি। সেই কৰ্ম্ম-ফল অনুসাৰে সত্ত্ব গুণৰ পৰা-দেৱতা, ৰজ-গুণৰ পৰা মনুষ্য আৰু তম-গুণৰ পৰা নাৰকীৰ উৎপত্তি। এই তিনি গুণৰ ভিতৰত প্ৰত্যেকটিয়ে পুনৰাই উত্তম, অধম, মধ্যম এই তিনি ভাগে বিভক্ত কাৰণ এটি আন দুটিৰ সৈতে মিশ্ৰ এতেকে যি জীৱে যি স্বভাৱ আশ্ৰয় কৰে, তাৰ সেই দেৱতা মনুষ্য আদিলৈ গতি হয় ॥৪১।৪২।৪৩॥

স এবেদং জগদ্ধাতা ভগৱান্ ধৰ্ম্মৰূপধৃক্
পুষ্ণাতি স্থাপয়ন্ বিশ্বং তিৰ্য্যঙ্‌নৰসুৰাদিভিঃ ॥৪৪॥
ততঃ কালাগ্নিৰুদ্ৰাত্মা যৎসৃষ্টমিদমাত্মনঃ
সং নিযচ্ছতি কালেন ঘনানীকমিবানিলঃ ॥ ৪৫ ॥
ইত্থং ভাৱেন কথিতো ভগৱান্ ভগৱত্তমৈঃ
নেত্থং ভাবেন হি পৰং দ্ৰষ্টুমৰ্হন্তি সুৰয়ঃ ॥ ৪৬ ॥

অন্বয়ঃ

সঃ জগদ্ধাতা ভগৱান্ এব ধৰ্ম্মৰূপধৃক্ তিৰ্য্যক্ নৰসুৰাদিভিঃ বিশ্বং স্থাপয়ন্ পুষ্ণাতি ॥৪৪ ঘনানীক ( জলদপটলং ) অনিলঃ ( বায়ুঃ ) ॥৪৫। ভগবত্তমৈঃ ( ভক্তযোগিভিঃ ) ॥৪৬।

অনুবাদ

সেই জগতস্ৰষ্টা শ্ৰীভগৱানেই পুনৰাই মনুষ্য, দেৱতা আৰু-পশু-পক্ষী আদি বিবিধ ৰূপে অৱতাৰ হৈ ধৰ্ম্মৰূপে এই বিশ্ব-ব্ৰহ্মাণ্ডক পালন কৰিছে ॥৪৪।

যেতিয়া প্ৰলয়কাল উপস্থিত হয়, তেতিয়া তেওঁ কালাগ্নি-ৰুদ্ৰৰূপ ধাৰণ কৰি বায়ুৱে যিৰূপে মেঘক সংহাৰ কৰে সেইৰূপে নিজৰ এই সমস্ত সৃজিত বস্তু সংহাৰ কৰিব ॥৪৫।

মহাৰাজ ! মই ভক্তযোগী সকলৰ মত অনুসাৰে ভগৱানৰ লীলাৰহস্য আপোনাৰ আগত বৰ্ণনা কৰিলো। কিন্তু পণ্ডিত ( জ্ঞানী ) সকলে এনে স্বৰূপে সেই পৰম পুৰুষক উপাসনা নকৰে ॥৪৬।

নাস্য কৰ্ম্মণি জন্মাদৌ পৰস্যানু বিধীয়তে ॥
কৰ্ত্তৃত্ব প্ৰতিষেধাৰ্থং মায়য়াৰোপিতংহি তৎ ॥ ৪৭ ॥
অয়ং তু ব্ৰহ্মণঃ কল্পঃ সবিকল্প উদাহৃতঃ।
বিধিঃসাধাৰণো যত্ৰ সৰ্গাঃ প্ৰাকৃতবৈকৃতাঃ ॥ ৪৮ ॥
পৰিমাণঞ্চ কালস্য কল্পলক্ষণ বিগ্ৰহম্।
যথা পুৰাস্তাদ্ ব্যাখ্যাস্যে পাদ্মং কল্পমথো শৃণু।৪৯॥

অনুবাদ।

কাৰণ, সেই পৰম পুৰুষ শ্ৰীভগৱানৰ জন্ম কৰ্ম্ম আদি নাই। কেৱল মায়াৰ দ্বাৰা এই বিশ্ব সৃষ্টি, স্থিতি আৰু সংহাৰ হয়। এতেকে তেওঁ অকৰ্ত্তা। ইয়াক বুজাবৰ কাৰণে তেওঁৰ বিষয় সেই বিৰাট আদি ৰূপে বেদাদি শাস্ত্ৰত বৰ্ণনা কৰিছে ॥ ৪৭ ।

মহাৰাজ! মহত্তত্ব আদি প্ৰাকৃত সৃষ্টি আৰু স্থাবৰ আদি বৈকৃত সৃষ্টিৰ সহিত ব্ৰহ্ম কল্পত যি যি নিয়ম অনুসাৰে বিবিধ সৃষ্টি হৈছিল,সংক্ষেপতে সেই ব্ৰহ্মকল্পৰ বিষয় আপোনাৰ আগত বৰ্ণনা কৰিলো।৪৮।

মহাৰাজ! কালৰ স্থূল আৰু সূক্ষ্ম পৰিমাণ, কল্পৰ লক্ষণ আৰু বিভাগ তৃতীয় স্কন্ধৰ শেষত বৰ্ণনা কৰিম। সম্প্ৰতি পদ্ম কল্পৰ কথা ব্যাখ্যা কৰো; আপুনি শুনক।৪৯।

## শৌনক উবাচ।—

যদাহ নো ভবান্ সূত ক্ষত্তা ভাগৱতোত্তমঃ
চচাৰ তীৰ্থানি ভুবস্ত্যক্তা বন্ধুন্ সুদুস্ত্যজান্ ॥ ৫০ ॥
কুত্র কৌষাৰবেস্তস্য সং বাদোঽধ্যাত্মসংশ্রিতঃ
যদ্বা স ভগবাংস্তস্মৈ পৃষ্টস্তত্ত্বমুবাচ হ ॥ ৫১ ॥
ব্রূহি নস্তদিদং শৌম্য বিদুৰস্য বিচেষ্টিতম্
বন্ধুত্যাগনিমিত্তঞ্চ তথৈবাগতবান্ পুনঃ ॥ ৫২ ॥

### অন্বয়ঃ

শৌনকঃ উবাচ।

হে সূতঃ! ভবান্ নঃ যৎ ভগবতোত্তমঃ ক্ষত্তা সুদুস্ত্যজান্ বন্ধুন্ ত্যক্ত্বা ভুবঃ তীৰ্থানি চচাৰ ইতি ] আহ ॥৫০

তত্র বা ( বিদুৰঃ ) কৌষাৰবেঃ অধ্যাত্মসংশ্রিতঃ সংবাদঃ পৃষ্টঃ সঃ ভগবান্ ( মৈত্রেয়ঃ ) তস্মৈ যৎ তত্ত্বং উবাচ ॥৫১

হে শৌম্য! বিদুৰস্য বন্ধু ত্যাগনিমিত্তং বিচেষ্টিতং তথাএব পুনঃ আগতবান্ চ তৎ ইদং নঃ ব্রূহি ॥৫২।

### অনুবাদ।

শৌনকে কলে—হে সূত! তুমি প্ৰথম স্কন্ধত আমাক কৈছিলা, যে—একান্ত ভক্ত বিদুৰেৰ দুস্ত্যজ বন্ধু বান্ধৱক পৰিত্যাগ কৰি পৃথিবীৰ যাবতীয় তীৰ্থ পৰ্য্যটন কৰি ফুৰিছিল আৰু আত্মতত্ত্ব জ্ঞান মৈত্রেয়ৰ পৰা লাভ কৰিছিল। ৫১।

সূত উবাচ।—

ৰাজ্ঞা পৰীক্ষিতা পৃষ্টো যদবোচন্মহামুনিঃ
তদ্বোঽভিধাস্যে শৃণুত ৰাজ্ঞঃপ্রশ্নানুসারতঃ ॥ ৫৩ ॥
ইতি শ্রীমদ্ভাগৱতে মহাপুৰাণে অষ্টাদশসাহস্রাং
সংহিতায়াং বৈয়াসিক্যাং দ্বিতীয়স্কন্ধে দশ-
লক্ষণোনাম দশমোঽধ্যায়ঃ ॥ ১০ ॥
সমাপ্তোঽয়ং দ্বিতীয় স্কন্ধঃ ॥ ২ ॥

অনুবাদ

হে সূত, সেই উপাখ্যান পুনৰাই আমাৰ আগত বিস্তাৰিত ভাবে বর্ণনা কৰা। বিদুৰে দুস্ত্যেজ্য বন্ধু-বান্ধৱক ত্যাগ কৰাৰ কাৰণ কি?

তেওঁ পৃথিবীৰ কি কি তীর্থ পর্য্যটন কৰিছিল? সেই সময়ত তেওঁ কি বেশ ধাৰণ কৰিছিল? মৈত্রেয়ৰ লগত আত্মতত্ত্ব বিষয়ক আৰু অন্য অন্য কথোপ কথন কোন স্থানত হৈছিল? আৰু ভগৱানৰ স্বৰূপতত্ত্ব (ৰহস্য) লাভ কৰিও পুনৰাই কিয় হস্তিনা পুৰলৈ উভতি গৈছিল? হে শৌম্য! তুমি আমাৰ আগত এই সকল বৃত্তান্ত কীর্ত্তন কৰি কোৱা॥৫১।৫২

সূতে কলে! হে শৌনক! মহাৰাজ পৰীক্ষিতৰ প্রশ্ন অনুসাৰে মহামুনি শুকদেৱে বিদুৰ আৰ মৈত্রয়ৰ সংবাদ যি স্বৰূপ কীৰ্ত্তন কৰিছিল,—সেই সংবাদ আপোনালোকৰ আগত কীর্ত্তন কৰো,—আপোনালোকে একান্ত মনে শ্রৱণ কৰক ॥ ৫৩।

মহাযোগী ব্যাসদেৱৰ প্ৰণীত শ্ৰীমদ্ভাগৱত মহাপুৰাণ সংহিতায় অন্তৰ্গত দ্বিতীয় স্কন্ধৰ দশম আধ্যা সমাপ্ত ॥

ভক্তিৰসামৃত ।

শ্ৰীশুকদেৱে মহাভাগৱতত যি যি কথা বৰ্ণন আছে সেই কথা আৰু তৃতীয় স্কন্ধত যি কথা বৰ্ণনা হব সেই পদ্মকল্পৰ সৃষ্টি বিষয়ক কথা সংক্ষেপে বৰ্ণনা কৰি দ্বিতীয়স্কন্ধ সমাপ্ত কৰিলে ॥

শ্ৰীশাঙ্কৰি ।

"হে কৃষ্ণদেৱ পৰি কৰোঁ সেৱ
তুমি মোৰ নিজ স্বামী ॥
থাকি হৃদয়ত শিকাইলা যিমত
তাহাকে ৰচিলো আমি ॥
মই অতি জড় ইতো কথা দৃঢ়
তুমিসি চৈতন্য হৰি ॥
নচুৱা যিমতে নাচোঁ সেহিমতে
তযু আজ্ঞা শিৰে ধৰি ॥
কৃষ্ণলীলাচয় যি কিছু উদয়
কৰিলোঁ তযু কৃপাত ॥
তাক সমৰ্পিলোঁ নিজ দাস ভৈলোঁ
কৰা কৃপা জগন্নাথ ॥"

শ্ৰীপ্ৰসন্ন নাৰায়ণ ভাগৱতী সম্পাদিত ।

দ্বিতীয়স্কন্ধ ভাগৱত সমাপ্ত ॥

---

# জাননী

তলত লিখা পুথি বিলাক আৰু আন আন ধৰ্ম্ম পুথি আমাৰ ওচৰত সুলভ মূল্যত পাব। এক যোগে ৫৲ টাকাৰ নিলে গ্ৰাহকক সুবিধা দিয়া হব।

| | | | | |
|---|---|---|---|---|
| | | | | গ্ৰাহকৰ প্ৰতি সুবিধা |
| শ্ৰীমদ্ভাগৱত ( দ্বিতীয় স্কন্ধঃ ) | | ১।০ | | ১৲ |
| শঙ্কৰ চৰিত ( ৰাম চৰণ ঠাকুৰ কৃত ) | | ২৲ | ... | ১৸০ |
| শ্ৰীশ্ৰীশঙ্কৰ চৰিত ( ভুষণ দ্বিজকৃত ) | | ৸০ | ... | ।৶০ |
| কীৰ্ত্তন ঘোষা ( পকাবান্ধা | | ২॥০ | ... | ২।০ |
| নাম ঘোষা | ... | ৸০ | ... | ॥/০ |
| বৰ গীত | ... | ॥৶০ | ... | ।০ |
| কৃষ্ণ গাঁতা ( গোবিন্দ মিশ্ৰ কৃত ) | | ১।০ | ... | ১৶০ |
| ঐ পকাবান্ধা | ... | ১॥০ | ... | ১।৶০ |
| নাম মালিকা | ... | ॥০ | ... | ।৶০ |
| ধ্ৰুব চৰিত্ৰ | ... | ।৶০ | ... | ।০ |
| ভক্তি ৰত্নাকৰ | ... | ১।০ | ... | ১৲ |

টকৌ বাৰী সত্ৰ } শ্ৰীসুৰেন্দ্ৰনাৰায়ণ, প্ৰসন্ন নাৰায়ণ
পোঃ আঃ গুৱাহাটী } ভাগৱতী